# কিঙ্কিণীৰ কলঙ্ক

কুমাৰ কিশোৰ




পানবজাৰ ঃ ঃ গুৱাহাটী-১

# কিঙ্কিণীৰ কলঙ্ক

কুমাৰ কিশোৰ



জ্যোতি প্ৰকাশন
যশোৱন্ত ৰ'ড : পানবজাৰ
গুৱাহাটী-৭৮১০০১

**KINKINIR KALANKA**

*A Novel Written by KUMAR KISHORE and Published by Smti Ila Sarmah. M/s. JYOTY PRAKASHAN, GUWAHATI-781001*

**Price Rupees Twenty Only**

---

**॥ কিঙ্কিণীৰ কলঙ্ক ॥**

॥ কুমাৰ কিশোৰ ॥

॥ প্ৰকাশক / শ্ৰীমতী ইলা শৰ্মা ॥

॥ জ্যোতি প্ৰকাশন / গুৱাহাটী ॥

॥ পুণৰ প্ৰকাশ / মাৰ্চ ১৯৮৭ ॥

॥ বেটুপাতৰ ছবি ॥

॥ শ্ৰী ত্ৰৈলোক্য দত্ত / গুৱাহাটী ॥

॥ ছপা ॥ শ্ৰী সুনীলকুমাৰ নন্দী / শান্তনু প্ৰিণ্টাৰ্ছ / কলিকতা-৬ ॥

॥ বন্ধা ॥ শ্ৰীপ্ৰেম বেনাৰ্জী / কামাখ্যা বাইণ্ডিং ওৱাৰ্কছ ॥

---

**॥ মূল্য : কুৰি টকা মাথোন ॥**

॥ উচৰ্গা ॥

কলেজীয়া শিক্ষাৰ তেমত ওফন্দি শ্ৰমৰ মৰ্যদা দিবলৈ লাজ পোৱা অসমীয়া নিবনুৱা ডেকা সকলক, যিসকল স্নাতকে অট’ৰিক্সাৰ ষ্টিয়াৰিং হুইল ঘূৰাই কৰ্মৰ কুৰুক্ষেত্ৰলৈ আহ্বান জনালে সেইসকললৈ ‘কিঙ্কিণীৰ কলঙ্ক’ প্ৰীতি আৰু শ্ৰদ্ধাৰে আগবঢ়ালোঁ।।

লিখক

১৯৭০ চন। ডিচেম্বৰ মাহ।

পানবজাৰৰ পৰা কুমাৰ কিশোৰ, প্ৰণৱ আৰু আমি অটোৰিক্সাৰে মালীগাঁৱলৈ, আহিছিলো, বিয়া এখনৰ নিয়ন্ত্ৰণ ৰক্ষা কৰিবলৈ।

'কিঙ্কিনীৰ কলঙ্ক' কেইদিনমান আগত প্ৰকাশ পাইছিল। কটনৰ ছাত্ৰ প্ৰণৱে কুমাৰ কিশোৰৰ 'কিঙ্কিণীৰ কলঙ্ক'ই কটন ছাত্ৰনিবাসত কৰা আলোড়নৰ কথা কৈ গৈছিল। অটোৰ চালকজনে আমাৰ আলোচনাত কাণ পাতিবলৈ চেষ্টা কৰা মই মন কৰিছিলো।

নিৰ্দ্দিষ্ট স্থান পাই অটোখনক ভাড়া দিবলৈ ওলাওতে কৰযোৰে চালকজনে বিনীতভাৱে কৈছিল: ভাড়া নালাগে। ভাড়া নোলোৱাৰ কাৰণ বিচাৰোতে কৈছিল: 'কিঙ্কিনীৰ কলঙ্ক' শিক্ষিত নিবনুৱাৰ হাতত অৰ্পণ কৰা কুমাৰকিশোৰক 'লিফ্‌ট্' দিব পৰাটো তেওঁৰ বাবে আনন্দ তথা ভাগ্যৰ কথা।

১৯৮৫ চন। ৪ মে।

গুৱাহাটী মেডিকেল কলেজ।

অসুস্থ কুমাৰ কিশোৰে অটো এখনক সুধিছিল: ভাড়া যাব নেকি? লাচিত নগৰলৈ আহিব বুলি জানি বিপদস্থ ৰোগীৰ পৰা অস্বাভাবিকভাৱে টকা সৰকোৱা অটোৰিক্সা চালকজনে আহিবলৈ অস্বীকাৰ কৰিছিল। অসুস্থ বুলি কওঁতে 'শিক্ষিত' অটোচালকজনে উত্তৰ দিছিল: ইয়'ত অহা আটাইবোৰ মানুহেই অসুস্থ।

যোৱা পোন্ধৰটা বছৰত 'শিক্ষিত নিবনুৱা যুৱকে' অটোৰ পাৰ্মিট পোৱা এটা মাথোন নিদৰ্শন।

অকৰ্তৃত্বশীলভাৱে মেডিকেল কলেজ আসপাতালত থকা অটো আৰু টেক্সি চালক সকলে বিপদস্থ ৰোগীসকলৰ পৰা অস্বাভাবিক ভাড়া দাবী কৰা এই ব্যৱসায়টো আইনগতভাৱে বন্ধ কৰাটো কঠিন কাম নহয়। কিন্তু শিক্ষিত নিবনুৱা অটো ৰিক্সা মালিক সন্থাই এই বিষয়ে কি ভাবে?

নতুন অসমৰ সমাজ সচেতন নাগৰিক হবলৈ হলে এই শিক্ষিত নিবনুৱা মালিক সন্থাৰ কৰণীয় একো নাই নে??

২ মাৰ্চ, ১৯৮৭: লাচিত নগৰ।

জয়ন্ত কিশোৰ

জ্যোতি প্ৰকাশন'ৰ প্ৰকাশিত-

'কুমাৰ কিশোৰ'ৰ :

* এমুঠি তৰাৰ জিলিমিলি
* কবৰ আৰু কঙ্কাল
* শতাব্দীৰ স্বপ্ন
* শেষ সীমান্তৰ সূৰ্য
* ৰং আৰু ৰেখা
* প্ৰবাল প্ৰাচীৰ
* কিঙ্কিণীৰ কলঙ্ক
* মৌন ক্ৰন্দন

॥ এক ॥

কিন্‌কিনীয়া বৰষুণ আৰু ফেৰ্‌ফেৰীয়া বতাহ।

বৰ্ষামুখৰ শ্বিলঙৰ অকলশৰীয়া নিশাবোৰলৈ মোৰ বৰ ভয় লাগে। গোমা আকাশখনে হাঁহিবলৈ পাহৰি যায়। কেৱল বৰষুণ, বৰষুণ আৰু বৰষুণ। এই বৰষুণৰ যেন অন্ত নাই; কোনো দিনে শেষ নহব।

কাৰোবাক হেৰুওৱাৰ বেদনাত বৈ অহা ক্ৰন্দসীৰ চকুপানীয়ে মনবোৰ চঞ্চল কৰি তোলে; দুৰ্ব্বল কৰি পেলায়। নিশাৰ এন্ধাৰ আৰু বৰষুণৰ টোপালে ডেকা মনবোৰক লৈ হেতালি খেলে। কামনাৰ ভ্ৰূণ সিঁচি যায়। আকাশৰ বুকুৰ পৰা সৰি পৰা নেপুৰৰ শব্দই সেই ভ্ৰূণবোৰ আৰু বেছি সজীৱ কৰি তোলে। যৌৱনৰ আকাঙ্খাই জীপ পাই জীয়া হৈ উঠে। বয়সে আমনি কৰা সকলৰ কাৰণে শ্বিলঙৰ অকলশৰীয়া নিঃসঙ্গ নিশাবোৰ আৰু বেছি ভয়াবহ। ৰহস্যঘন।

"নাৰী আৰু নগৰী
সুৰা আৰু সুন্দৰী

ৰাতিৰ নগৰীয়া ৰূপ মোহনীয়া। নিশাৰ এন্ধাৰত সকলো নাৰীয়েই আকৰ্ষণীয়। যৌৱন পূৰঠ সকলো নাৰীয়েই ৰাতিৰ এন্ধাৰত পুৰুষৰ মনত কামনাৰ জুই জ্বলায়। সুন্দৰী যুৱতীৰ পূৰঠ যৌৱনে ডেকা মনবোৰ চঞ্চল কৰি তোলে। কামনা-বিহ্বল সেই মনবোৰে ৰাতিৰ এন্ধাৰত পাখিমেলি কৰবালৈ উৰা মাৰে।

নাৰী, মদ আৰু ৰাতিৰ এন্ধাৰ।

জীৱনৰ জুৱাখেলত এয়া টেক্কাৰ ট্ৰায়ো।

এটা ৰাতিৰ এন্ধাৰত হেজাৰ হেজাৰ মদৰ বটল শেষ হৈ যায়। হেৰাই যায় অলেখ কুমাৰীৰ কৌমাৰ্য্য; বহুতো যুৱতী পত্নীৰ দেহ আৰু মনৰ শুচিতা।

আৰু?

আৰু সেই একেটা নিশাৰ এন্ধাৰে কাৰোবাৰ জীৱনলৈ কঢ়িয়াই আনে সৌভাগ্যৰ জোঁৱাৰ। ধন-ঐশ্বৰ্য্যৰ প্লাবন। নিশাৰ যাদুকৰী স্পৰ্শত কোনোবা সতী যুৱতী পতিতা হয়; জীৱনৰ বাটত উজুটি খাই সমুদ্ৰৰ বুকুত হেৰাই যায়। থাউনি হেৰোৱা সেইবোৰ নাৰীয়ে পুৱে জীৱনৰ চকুপানীৰে এনিশাৰ পঙ্কিলতাখিনি ধুই-মচি নিকা কৰিবলৈ ব্যৰ্থ চেষ্টা কৰি হা-হুমুনিয়াহ পেলায়। আনহাতে কোনোবাজনে আলাউদ্দিনৰ চাকি হাতত লৈ মাণিক-মুকুতা বুটলে। খেৰৰ জুপুৰীয়ে পকী দালানৰ ৰূপ লয়। গাওঁ পঞ্চায়তৰ সভাপতি এম এল এ হয়। ছালছিগা ভিকহু নিশাৰ ভিতৰতে ইণ্টাৰনেচেন্যাল চাপ্লায়াৰ হৈ পৰে। দিনৰ পোহৰত যিবোৰ অবৈধ, এন্ধাৰে সেইবোৰক বৈধতাৰ স্বীকৃতি দি যায়।

সঙ্কীৰ্ণ মনৰ মানুহে হেনো মদ খাব নোৱাৰে। মদ খালে মানুহ উদাৰ হয়; মনৰ পৰিধি বাঢ়ে। নাৰীৰ যৌৱন লৈ জুৱাখেল খেলিব নোৱাৰা পুৰুষবোৰ পুৰুষ নহয়। কোঙা পৌৰুষৰ মৃন্ময় মূৰ্ত্তি……"

মই আৰু পঢ়িব নোৱাৰিলোঁ।

পঢ়ি থকা উপন্যাসখন হাতৰ পৰা সৰি পৰিছিল। ভয়ত পেপুৱা খাই পৰিছিলোঁ। আগনিশাৰ ঘটনাটোলৈ মনত পৰিল।

এটা অবিশ্বাস্য সঁচা কাহিনী।

তেতিয়া দোভাগ নিশাৰ নীৰৱতা।

বাহিৰত নেৰানেপেৰা বৰষুণ। যোৱা এপৰ আগৰে পৰা আকাশে কান্দিছিল। সেমেকা শাওণৰ গোমা আকাশ।

মোৰ কোৱাৰ্টাৰৰ পৰা হাস্পাতাললৈ বেছি দূৰ নহয়। খুউব বেছি দহ মিনিটৰ বাট। বৰষুণৰ বতৰত এই বাটকণ যাবলৈকে মোৰ বৰ আমনি লাগে। কিন্তু উপায় নাই। গাত পানীকোট আৰু ভৰিত পানীজোতাযোৰ পিন্ধি ছাতিটো হাতত লৈ ৰাতিপুৱাই হাস্পাতাললৈ ওলাই যাওঁ। তাৰ পিচত দুপৰীয়া যেতিয়া ঘূৰি আহোঁ তেতিয়া ঘড়ীৰ কাটাই দুবজাৰ ঘৰ পাৰ হৈ যায়।

এদিন দুদিন নহয়। সদায়।

মানুহৰ অসুখ-বিসুখে বতাহ-বৰষুণলৈ ভ্ৰূক্ষেপ নকৰে। কেতিয়াবা কেতিয়াবা শেষ নিশা টোপনিৰ পৰা উঠিও হাস্পাতাললৈ ঢাপলি মেলিবলগীয়া হয়। বতাহ-বৰষুণলৈ ভ্ৰূক্ষেপ কৰিবলৈ আমাৰ সময় নাই।

অলপ আগতে তিতিবুৰি আহি ঘৰ সোমাইছিলোঁ। হাস্পাতালত জৰুৰী কেচ নাছিল। তথাপি হাস্পাতাললৈ যাবলৈ বাধ্য হৈছিলোঁ। চৰকাৰৰ উচ্চ পদস্থ বিষয়া এজনৰ গাভৰু পত্নীয়ে অতিপাত সুৰাপান কৰি হোটেল এখনত হুলস্থূলৰ সৃষ্টি কৰিছিল। হোটেল-মেনেজাৰ আৰু ব'ৰ্ডাৰসকলে নিৰুপায় হৈ থানাত খবৰ দিছিল। অৱশেষত পুলিচে আয়ত্ত কৰিবলগীয়া হোৱা সেই যুৱতী গৰাকীক পৰীক্ষা কৰিবলৈ প্ৰয়োজন হৈছিল কোনোবা এজন চিকিৎসকৰ।

অনিচ্ছা সত্বেও হাস্পাতাললৈ যাবলৈ বাধ্য হৈছিলোঁ। তাৰ পিচত হাস্পাতালৰ পৰা যেতিয়া ঘূৰি আহোঁ তাৰ বহু আগতেই নগৰীৰ বুকুলৈ নামি আহিছিল গভীৰ নিশাৰ নীৰৱতা। বৰষুণৰ বতৰত ইমান ৰাতিলৈ শ্বিলঙত কোনো মানুহ সাৰে নাথাকে। অৱশ্যে কিছুমান ঠাইৰ কথা সুকীয়া। সেইবোৰ ঠাইত সন্ধিয়া হয় শেষ নিশা। ৰাতি পুৱায় দিনৰ বাৰ বজাত।

বিছনাত দীঘল দি পৰিছিলোঁ। যদিও টোপনি অহা নাছিল। সন্ধ্যাতৰাৰ মুখখন চকুৰ আগত ভাঁহি উঠিল। অলপ আগতে পৰীক্ষা কৰি অহা যুৱতী গৰাকীৰ দৰেই সন্ধ্যাতৰায়ো যদি উশৃংখল জীৱন যাপন

কৰিবলৈ বিচাৰে ? গভীৰ টোপনিত গিৰিয়েকক এৰি থৈ কাৰোবাৰে পলাই যোৱা মৌচুমীৰ দৰে পলাই যায় ?

মৌচুমীৰ কাহিনীটো মনত পৰাৰ লগে লগে আৰু বহুত কথাই মনত পৰিল। বহুতৰ যুগ্ম জীৱনৰ সমস্যাই মনৰ মাজত খোপনি পুতি বহিল। মৌচুমী, কঙ্কণ, শান্তনু আৰু বৃন্দাবন চলিহাৰ কেবাখনো মুখ একেলগে মোৰ চকুৰ আগত ভাঁহি উঠিল।

চিন্তাই যেতিয়া মনৰ মাজত কুণ্ডলী পকায়, টোপনি যাবলৈ যত্ন কৰা তেতিয়া মিছা। জোৰকৈয়ে মৌচুমীৰ কথা পাহৰি যাব খুজিও পাহৰিব নোৱাৰি টেবুলৰ ওপৰতে পৰি থকা উপন্যাস এখন মেলি লৈছিলোঁ। মৌচুমীৰ কথা পাহৰি যাবলৈ যত্ন কৰিছিলোঁ।

অৱশেষত কোনোবা এটা মুহূৰ্তত মৌচুমীজনীৰ কথা মই সচাকৈয়ে পাহৰি গৈছিলোঁ। উপন্যাসৰ কাহিনীৰ মাজত ডুবি পৰিছিলোঁ। আৰু সেই মুহূৰ্ত্ততে ঘটিছিল আগনিশাৰ ঘটনাটোৰ পুনৰাবৃত্তি।

হাস্পাতালখনত সোমালে পৃথিবীখনত কোনোবা সুস্থ মানুহ আছে বুলি মোৰ ধাৰণা নহয়। স্বাস্থ্য নিবাস বোলা শ্বিলংখনক তেতিয়া স্বাস্থ্যনিবাস বুলি কবলৈ মোৰ লাজ লাগে। ৰাতিপুৱা আঠ বজাত গৈ হাস্পাতাল পোৱাৰ আগৰে পৰা অপেক্ষা কৰি ৰৈ থকা মানুহৰ জুমটো দেখি কেতিয়াবা কেতিয়াবা খঙে মোৰ চুলিৰ আগ পায়গৈ। কিন্তু উপায় নাই। কৃত্ৰিম হাঁহিৰে ৰোগীক পৰীক্ষা কৰোঁ। প্ৰেছক্ৰিপশ্যন লিখোঁ। উৎসাহ দিওঁ। দিহা-পৰামৰ্শ আগবঢ়াও। মৃত্যু সুনিশ্চিত বুলি জানিও মিছা কথাৰে আশ্বাস দিওঁ। কওঁঃ বিশেষ চিন্তা কৰিবলগীয়া একো নাই। দুই-এদিনতে ভাল হৈ যাব। সুস্থ হৈ উঠিব। ইত্যাদি।

এয়া ডাক্তৰৰ ধৰ্ম্ম। ব্যৱসায়িক চৰিত্ৰ। ইনজেকশ্যন, টেবলেট অথবা মলমেৰে বেমাৰৰ বীজাণু ধ্বংস কৰিব পাৰি। কিন্তু ৰোগীৰ মনত শিপোৱা ভয় আৰু দুশ্চিন্তাৰ বীজাণু ধ্বংস কৰিব নোৱাৰি।

তাৰ বাবে প্ৰয়োজন চিকিৎসকৰ আশ্বাস আৰু মৰমীয়াল ব্যৱহাৰ।

যোৱা সপ্তাহৰ এটা দুপৰীয়া। দৈনন্দিন কাম সামৰি, আজৰি হওঁতেই এক বাজিছিল। তথাপি মই হাস্পাতাল এৰি আহিব পৰা নাছিলোঁ। নিছিগা ধাৰেৰে বৈ অহা বৰষুণজাক কমিব কমিব বুলি বৈ থাকোঁতেই প্ৰায় আঢ়েটা বাজিছিল। পেটৰ ভোক আৰু বন্ধ হব নোখোজা বৰষুণজাকৰ কাৰণে বৈ বৈ বৰ আমনি লাগিল। কাৰোবাৰ ওপৰত বৰ খং উঠিছিল। কিন্তু কাৰ ওপৰত খং উঠিছিল মই নিজেই বুজা নাছিলোঁ। অৱশেষত বৰষুণজাকলৈ আওকাণ কৰি ছাতিটো হাতত লৈ বাৰাণ্ডাত থমকি ৰৈছিলোঁ। চিৰিবগাই তললৈ নামি আহিব খুজিছিলোঁ। ঠিক সেই মুহূৰ্ত্ততে পিয়নটোৱে টেলিগ্ৰাম এখনৰ সৈতে কাগজ এখিলা মোলৈ আগবঢ়াই দিছিল। কাগজখনত চহী কৰি খামটো ছিঙি প্ৰেৰকৰ নামটো চাইছিলোঁ। ককাইদেউৰ টেলিগ্ৰাম। ককাইদেৱে লিখিছিল ঃ

'যেনে আছা তেনেদৰে গুচি আহা। মাৰ অৱস্থা বৰ উদ্বেগ-জনক।'

মনটো সেমেকি পৰিল। পেটৰ ভোকৰ কথা পাহৰি গলোঁ। ছুটীৰ কাৰণে লৰালৰিকৈ কৰ্তৃপক্ষৰ ওচৰ পালেগৈ।

চিকিৎসকসকলৰ কাৰণে ছুটী পোৱাটো বৰ ডাঙৰ সমস্যা। মোৰ ক্ষেত্ৰতো সেয়ে হৈছিল। কিন্তু টেলিগ্ৰামখনে ছুটী পোৱাত মোক যথেষ্ট সহায় কৰিছিল। অৱশেষত এসপ্তাহৰ ছুটী কোনোমতে মঞ্জুৰ হৈছিল।

ছুটী মঞ্জুৰ হোৱাৰ পিচতহে ঘৰলৈ মনত পৰিল। মাৰ মুখৰ ছবিটো বাৰে বাৰে আহি মোৰ চকুৰ আগত ভাঁহি উঠিল। মনটোৱে মোক প্ৰশ্ন কৰিছিল ঃ হঠাতে মাৰ কি অসুখ হব পাৰে বাৰু? মই গৈ লগ পাম জানো?

কেইদিনমান আগতে ঘৰৰ পৰা চিঠি এখন পাইছিলোঁ। নবৌৱে

লিখিছিল ঃ দুই এদিনতে মা আৰু সপোনটি বোধহয় তোমাৰ সেইখিনি পাবগৈ । তেখেতে হেনো তোমাক বহুদিন দেখা নাই। আমাৰ ইয়াত যিটোহে গৰম পৰিছে তুমি কিজানি কল্পনাও কৰিব নোৱাৰিবা। শ্বিলঙৰ কোনো মানুহে ইয়াত গৰম পৰা বুলি অনুমান কৰিব নোৱাৰে। ৰাতিপুৱাৰ লগে লগে যেন একুৰা প্ৰকাণ্ড জুইহে জ্বলিছে। সেই কাৰণেই মা গৈ তোমাৰ তাত কেইদিনমান থাকিব হ'বলা। বিদ্যুৎ বোৰ্ডৰ কৰ্ম্মচাৰীসকলৰ ধৰ্ম্মঘটে ভৈয়ামৰ জিলা কেইখনত কি অৱস্থাৰ সৃষ্টি কৰিছে সেই কথা ৰাজধানীৰ ডা-ডাঙৰীয়া সকলে কিজানি কল্পনাও কৰিব নোৱাৰিব। নহ'লেনো এটা আপোচ মীমাংসাত আহিবলৈ ইমান সময় লাগে নে ?

অ' মা গলে তোমাৰ কোনো অসুবিধা নহয় তো ?···

নাবৌৰ চিঠিখন পোৱাৰ দিনাখনেই তাঁৰ কৰি জনাইছিলোঁ। ঃ মোৰ কোনো অসুবিধা নহয়। মা আৰু সপোনটিৰ সৈতে আপুনিও কেইদিনমানৰ কাৰণে শ্বিলঙলৈ নাহে কেলেই ?

মাইঁত আহিব আহিব বুলি ভাবি থাকোঁতেই ককাইদেউৰ তাঁৰখন পাইছিলোঁ। সেই কাৰণেই নেকি তাঁৰখনৰ বাতৰিটোৱে মোক আৰু বেছি অস্থিৰ কৰি তুলিছিল। আমাৰ কাৰণে মৃত্যু এটা সাধাৰণ ঘটনা। তদুপৰি বগু বছৰ ঘৰৰ পৰা আঁতৰি থাকি ঘৰখনৰ আকৰ্ষণ যেন বহুখিনি কমি গৈছিল। কিন্তু টেলিগ্ৰামখন পোৱাৰ পিচত মাক এবাৰ পোৱাৰ হেঁপাহত মনটো উদ্বাউল হৈ পৰিছিল।

উদ্বেগপূৰ্ণ মূহুৰ্ত্তবোৰ বৰ দীঘল। গৈ যেন শেষেই নহয়। একোটা মুহূৰ্ত্তই একো একোটা যুগ যেন অনুমান হয়। ওৰে বাটচোৱা মই চঞ্চল হৈ পৰিছিলোঁ। মনটো উৰি গৈ মাৰ ওচৰ পাইছিল। মা যেন আৰু মোলৈ অপেক্ষা কৰি বৈ থকা নাই। দিখৌৰ পাৰৰ চিতা জুইকুৰাৰ উত্তাপ তেতিয়া হেৰাই গৈছে। ক'লা এডাৰবোৰৰ মাজত উমি উমি জ্বলি থকা নিষ্প্ৰভ জুইকুৰাৰ মাজৰ পৰা উৰি আহিছিল

এমুঠি পাতল খোৱা। মোক দেখি নবৌয়ে কৈছিল : তোমালৈ বৈ বৈ মা অৱশেষত আঁতৰি গ'ল। মৃত্যুৰ আগ মুহূৰ্ত্তলৈকে তেখেতে কেৱল তোমাকেহে বিচাৰিছিল।

সময় কালৈকো বৈ নাথাকে। শেষ নহব বুলি ভবা মুহূৰ্ত্তবোৰ অৱশেষত শেষ হৈ গৈছিল। পিচদিনাখন ৰাতিপুৱাৰ লগে লগে ঘৰ পাইছিলোঁগৈ। আঁতৰৰ পৰা ঘৰৰ চৌহদটো চকুত পৰাৰ লগে লগে বুকুখন চিৰিংকৈ উঠিল। ইমান নিমাওঁ মাওঁ। ইমান নিস্তব্ধ। ওচৰৰ মানুহবোৰৰো কতো অকণো হাই-উৰুমি নাই। সমগ্ৰ অঞ্চল-টোতে মৰিশালীৰ এটা গহীন নীৰৱতা। মই নিশ্চিন্ত হৈ পৰিছিলোঁ : মোৰ অনুমানটোৱে সঁচা। মই টেলিগ্ৰাম পোৱাৰ আগেয়ে মা আঁতৰি গ'ল। মোলৈ অপেক্ষা কৰি বৈ থকাৰ সময় আৰু নহ'ল।

দিখৌৰ পাৰৰ শিমলুজোপাৰ তলৰ নিৰ্ব্বাপিত জুইকুৰাৰ ছবিটো চকুৰ আগত স্পষ্ট হৈ ভাঁহি উঠিল।

ইচ্ছা হৈছিল : মই যেন চিঞৰি চিঞৰি কান্দিম। কম : মা, এয়া মই আহিছোঁ মা।

নঙলামুখৰ নাহৰ জুজোপা চেৰাই কেনেদৰে চ'ৰাঘৰৰ বাৰাণ্ডাত থিয় হৈছিলোঁগৈ কব নোৱাৰোঁ।

কিন্তু দুৱাৰখন খোলাৰ লগে লগে মই চক্ খাই উঠিছিলোঁ। সেয়া যেন অবিশ্বাস্য। দৃষ্টিশক্তিৰ ওপৰত মোৰ বিশ্বাস হেৰাই গ'ল। কিবা এটা উত্তেজনাত মই চিঞৰি উঠিছিলোঁ : মা।

পৃথিবীৰ বুকুৰ পৰা চিৰদিনলৈ হেৰাই যোৱা বুলি ভবা মাজনীয়ে মোক দেখি হাঁহি হাঁহি কৈছিল : মই জানিছিলোঁ সৰু মইনা, তই আজি আহি পাবিহি।

তাৰ পিচত হুলস্থুল লগাই নবৌক চিঞৰিছিল : ন ছোৱালী, চাহিচোন, এয়া কোন আহিছে? বৰ মইনাক ক'—সৰু মইনা আহিছে।

খং আৰু আশ্চৰ্য্যত মই বোবা হৈ গৈছিলোঁ। মুখৰ মাত মোৰ হেৰাই গৈছিল।

মিছা সংবাদ পঠিয়াই তেনেদৰে মাতি পঠিওৱাৰ কাৰণে ককাইদেউক শুনাই শুনাই নবৌক তিৰস্কাৰ কৰিছিলোঁ। কাৰণ ককাইদেউৰ সম্মুখত তেখেতক তিৰস্কাৰ কৰাৰ সাহস মোৰ নাই। বাহিৰত সিংহ পুৰুষ মইটো ককাইদেউৰ ওচৰত ভিজা মেকুৰীটো হৈ পৰোঁ।

মোক তেনেদৰে মাতি পঠিওৱাৰ আচল কাৰণটো মা অথবা ককাইদেউৰ কথাৰ পৰা একো বুজি পোৱা নাছিলোঁ। মাই মাথোন কৈছিল: ঘৰৰ ল'ৰা ঘৰলৈ আহিলে কিবা জগৰ লাগে নেকি? তইঁতৰ এতিয়া পাখি গজিল হ'ক। মোৰ কথা কেলেই ভাবিবি?

কিন্তু আচল কাৰণটো জানিবলৈ মোৰ সৰহ সময় নালাগিল। সোপনটিয়ে ককাইদেউইঁতৰ অভিসন্ধিটো প্ৰকাশ কৰি কৈ উঠিছিল: জানা খুড়াটি, তোমাৰ বিয়া হব নহয়। খুড়ীদেউজনী যে ইমান ধুনীয়া—

ককাইদেৱে তাক ঢমক দিছিল। মোক হাত-মুখ ধুই কানি কাপোৰ সলাবলৈ কৈছিল।

সপোনটিৰ কথাত মই সিমান গুৰুত্ব দিয়া নাছিলোঁ। কিন্তু আবেলি নবৌৰ মুখত আচল কথাটো শুনি খঙত অধৈৰ্য্য হৈ পৰিছিলোঁ। পিচদিনাখন ৰাতিপুৱাই ঘৰৰ পৰা আঁতৰি আহিম বুলি নবৌক ঢমক দিছিলোঁ। ভাবিছিলোঁ মোৰ ঢমক শুনি নবৌ মৌন হৈ ৰব। মোক বুজাবলৈ যত্ন কৰিব। কিন্তু মই আশা কৰাৰ দৰে তেখেতে মোক বুজাবলৈ যত্ন নকৰি ওভোতাই মোকেহে ঢমক দি কৈ উঠিছিল: যোৱাগৈ। তোমাকনো কোনে বান্ধি ৰাখিছে? বনৰীয়া চৰাইৰ দৰে ঘৰৰ পৰা আঁতৰে আঁতৰে থাকি বনৰীয়া হৈ পৰিছা। ডাঙৰ-সৰুৰ কথা নমনা হৈছা। আমি কিবা তোমাৰ

কীৰ্ত্তি-কলাপৰ কথা মুণ্ডনাকৈ আছোঁ বুলি ভাবিছা হবলা? ককাইদেৱেৰাই দিব ৰ'বা মজাপালি।

নবৌৰ চমকত মোৰ মুখৰ মাত হৈৰাই গৈছিল। দপ্ দপ্ কৈ জ্বলি উঠা জ্বলন্ত জুই একুৰাত চেঁচা পানী ঢালি দিয়াৰ দৰে মই শান্ত হৈ পৰিছিলোঁ। লাজো লাগিছিল। মনচুনৰ কথাটোকে হয়তো কোনোবাই তিলকে তালটো কৰি ককাইদেউহঁতৰ আগত লগাইছেহি।

প্ৰত্যুত্তৰত কিবা এষাৰ নকলে ধৰা পৰি যোৱাৰ ভয়ত লৰালৰিকৈ কৈ উঠিলোঁঃ তেন্তে আপোনালোকেও শুনিছে। মই আকৌ শুনা নাই বুলিহে ভয় খাই আছিলোঁ। পিচে কোননো সেইজনী হতভাগিনী?

জানো কোন? তুমিহে জানা।......

তাৰ পিচত নবৌৱে আৰু কিবা এষাৰ কব খুজিছিল। কিন্তু নকলে। কোঠালীটোলৈ সোমাই অহা মাক দেখি প্ৰসঙ্গ সলনি কৰিবলৈ কৈ উঠিল ঃ চৰকাৰে তেন্তে ৰাজধানীখন ভৈয়ামলৈ নানিবই নেকি? চণ্ডীগড়ৰ দৰে শ্বিলংখনক লৈ খোৱা-কামোৰাখন নালাগিলেহে হৈছে।

প্ৰথম যৌৱনৰ চপলতা পাৰ হৈ অহাৰ পিচত নাৰীৰ ৰূপ আৰু যৌৱনে মন-প্ৰাণ 'অস্থিৰ কৰি তোলাৰ বয়স আজি মোৰ নাই। এয়া বয়স যৌৱনৰ মাজ পথাৰত থিয় হৈ জীৱনক সুস্থিৰভাৱে বুজি পোৱাৰ বয়স। জীৱনক জুখি চোৱাৰ বয়স। নাৰীৰ প্ৰেমৰ বাহিৰে জীৱন মিছা বুলি ভাবি মূৰ্খামি কৰাৰ বয়স মোৰ কাহানিবাই পাৰ হৈ গ'ল। ধুনীয়া গাভৰুৰ ৰূপৰ আকৰ্ষণে ক্ষন্তেকৰ কাৰণে দৃষ্টি কাঢ়ি নিলেও নাৰীৰ সোভলগা অঙ্গ-প্ৰত্যঙ্গই এতিয়া আৰু মোৰ মন-প্ৰাণ চঞ্চল কৰি তুলিব নোৱাৰে। যৌৱনৰ স্বাভাৱিক প্ৰবৃত্তিৰ বাহিৰে যুৱতী নাৰীৰ উন্নত বুকুৰ কম্পন আৰু ৰূপ-লাৱণ্যৰ কথা ভাবি

কল্পনাৰ মিছা কাৰেং সজাৰ বয়স হেৰাই যোৱা নাই যদিও ৰূপ আৰু যৌৱনৰ মাদকতা সানি কাব্য ৰচনা কৰাৰ আৰু বিলাসিতা মোৰ নাই।

আমি চিকিৎসক। চিকিৎসা বিজ্ঞানৰ ছাত্ৰ হৈ কলেজত সোমোৱাৰ দিনৰে পৰা মানুহৰ প্ৰত্যেকটো অঙ্গ-প্ৰত্যঙ্গ কাটিকুটি থকা-সৰকা কৰিছোঁ। তন্নতন্নকৈ পৰীক্ষা কৰি চাইছোঁ। দেহতত্ত্বৰ অভিজ্ঞতা সঞ্চয় কৰিছোঁ। অপাৰেশ্যন থিয়েটাৰত কচাইৰ দৰে জীয়া মানুহৰ গাত চুৰি চলাইছোঁ। বিজ্ঞানৰ নিষ্ঠুৰ সত্যই জীৱন, যৌৱন আৰু সৌন্দৰ্য্যৰ প্ৰতি থকা মোহ আমাৰ থান্‌বান কৰি পেলাইছিল। সেই কাৰণেই হবলা নাৰীৰ প্ৰতি মোৰ তেনে কোনো গভীৰ আকৰ্ষণ নাছিল। জৈৱিক তাড়নাত কেতিয়াবা কাৰোবাৰ ওচৰলৈ যোৱাটোকে আকৰ্ষণ নোবোলে।

চিকিৎসক হিচাবে জীৱনৰ এই সময়চোৱাৰ ভিতৰতে বহুতো ৰূপহী যুৱতীৰ লাজলগা অঙ্গ-প্ৰত্যাঙ্গবোৰ পৰীক্ষা কৰিছোঁ। দূৰৰ পৰা দেখি লোভলগা যৌনাঙ্গবোৰ লিৰিকি বিদাৰি চাই ঘৃণাত নাক কোচাইছোঁ। পুৰুষ মনে নাৰীক অন্য জগতৰ প্ৰাণী বুলি ভবা ধাৰণাটো সেইকণ অভিজ্ঞতাই আমাৰ মন সলনি কৰি দিছিল। সেই কাৰণেই হবলা নবৌৱে আগবঢ়োৱা বিয়াৰ প্ৰস্তাৱটোত ইমান সহজতে মান্তি হবলৈ মোৰ মন যোৱা নাছিল।

কিন্তু ককাইদেউৰ ঢমক, মাৰ অভিযোগ আৰু নবৌৰ মৰমৰ বুজনিত মান্তি হবলৈ বাধ্য হৈছিলোঁ। মান্তি হৈছিলোঁ মানে ঠিক বিয়া কৰাবলৈ নহয়, ছোৱালী চাবলৈ। ছোৱালী চালেই যে বিয়া কৰাব লাগিব তাৰ কোনো মানে নাই। মাইতক সন্তোষ দিয়াৰ উদ্দেশ্যেৰে এদিন আবেলি সম্বন্ধ পাতিব খোজা ছোৱালীৰ ঘৰত উপস্থিত হৈছিলোঁগৈ। লগত আছিল নবৌ। ভাবিছিলোঁ: ছোৱালী চোৱাৰ পিচত কিবা এটা অজুহাত দেখুৱাই বিয়াখন বন্ধ কৰি দিম। বিয়াই মানুহৰ জীৱনৰ একমাত্ৰ লক্ষ্য নহয়।

ছোৱালী চাবলৈ যোৱাৰ আন এটা কাৰণ আছিল ঃ মনচুন। কিয়নো ছোৱালী চাবলৈ নগলে নবৌহঁতে হয়তো ভাবিব মই কাৰোবাক ভাল পাওঁ। কাৰোবাৰ প্ৰতি মই এৰাব নোৱাৰা ধৰণে দুৰ্ব্বল। তেখেতসকলে যদি মোৰ কথা কিবা শুনিছে তেন্তে ছোৱালী চাবলৈ গলে ভাবিবলৈ বাধ্য হব ঃ শুনা কথাবোৰ সঁচা নহয়, অতিৰঞ্জিত।

কিন্তু ছোৱালী চাবলৈ গৈহে মই বিপদত পৰিছিলোঁ। আমাক চাহ-জলপান দিবলৈ অহা গাভৰুজনীক দেখি মোৰ কি হৈছিল কব নোৱাৰোঁ। নাৰীৰ প্ৰতি ইমান গভীৰ আৰু তীব্ৰ আকৰ্ষণ এটা মোৰ মনৰ মাজতো লুকাই আছিল বুলি মই কল্পনাই কৰিব পৰা নাছিলোঁ। নাৰীৰ প্ৰতি হেৰাই যোৱা বুলি ভবা আকৰ্ষণটো হঠাতে ইমান তীব্ৰ হৈ উঠিছিল যে মই নিজকে বৰ নিঃসঙ্গ নিঃসঙ্গ যেন অনুভৱ কৰিছিলোঁ। চাহ-জলপান দিয়াৰ ছলেৰে আমাৰ সন্মুখলৈ ওলাই অহা সন্ধ্যাতৰাজনী যেন এইখন জগতৰ গাভৰু নহয়। কোনোবা এখন অন্য জগতৰ এজনী অপৰূপা অপ্সৰী। নাৰীৰ দেহত ইমান ৰূপ, ইমান লাৱণ্য লুকাই থাকিব পাৰে বলি মই কাহানিও কল্পনাই কৰিব পৰা নাছিলোঁ। মানুহো জানো ইমান ধুনীয়া হব পাৰে? ইচ্ছা হৈছিল সেইদিনাই যেন সন্ধ্যাতৰাক মোৰ নিচেই আপোন কৰি বুকুৰ মাজত সাৱটি লম। সন্ধ্যাতৰাক কম ঃ সোণজনী, তোমাক নাপালে মোৰ উশাহ-নিশাহ বন্ধ হৈ যাব। মই মৰি যাম।

নবৌহঁতৰ জয় হৈছিল নে মোৰ পৰাজয় ঘটিছিল কব নোৱাৰোঁ। সন্ধ্যাতৰাৰ পাঁজিসেৰীয়া আঙুলিটোত বাখৰ খটোৱা আঙঠিটো পিন্ধাই দিওঁতে বুকুখন মোৰ কঁপিছিল। সমগ্ৰ দেহৰ প্ৰত্যেকডাল শিৰা-উপশিৰাৰ মাজেৰে প্ৰৱাহিত হৈ গৈছিল এটা নাম নজনা শিহৰণ।

নবৌৱে হাঁহিছিল।

সন্ধ্যাতৰাই লাজত তলমূৰকৈ আমাৰ দুভৰি চুই প্ৰণাম কৰিছিল।

মনটোৱে বিচাৰিছিল নবৌৰ দৰে মযো সন্ধ্যাতৰাক বুকুৰ মাজত সাৱটি ধৰি কম ঃ তোমাৰ স্থান ছুভৰিৰ তলত নহয়। সেই স্থান মোৰ বুকুৰ মাজত।

ঘৰলৈ উভতি আহোঁতে নবৌৱে বাটতে সুধিছিল ঃ ছোৱালী কেনে দেখিলা ? তুমি বিচাৰি লোৱা খিলঙৰজনীতকৈ ধুনীয়া নে ?

তেখেতৰ কথাষাৰত চাবুক খোৱা মানুহৰ দৰে হঠাৎ মই উচপ্ খাই উঠিলোঁ। মনচুনলৈ মনত পৰিল।

জীৱনত ৰূপহী গাভৰু আৰু সুন্দৰী যুৱতী বহুতো দেখিছোঁ। কিন্তু মনৰ মাজত সাঁচি ৰাখিবলগীয়া কোনো নাৰীৰ ৰূপ মনচুনৰ বাহিৰে মোৰ চকুত পৰা নাছিল।

মনচুন আৰু সন্ধ্যাতৰা। বয়সৰ ব্যৱধান নথকা হলে সন্ধ্যাতৰাক মনচুন বুলিয়েই মই ভুল কৰিলোঁহেঁতেন কিজানি।

ঃ কি হ'ল ? মনে মনে ৰলা কিয় ? একো নকলা দেখোন।

নীৰৱতা ভাঙি নবৌৱে পুনৰ সুধিছিল।

আপোনালোকে মোৰ বিষয়ে ক'ত কিনো শুনিছে নবৌ ? মোক ইমান ভুল বুজিবলৈ আপোনালোকক কোনে কলে ? যদি সেইটোকে সঁচা বুলি ভাবিছে তেন্তে ছোৱালী চাবলৈ নহা হলেও হ'লহেঁতেন দেখোন। এতিয়াও এই বিয়া বন্ধ কৰি দিয়ক।

ঃ ছিঃ তুমি ইমান অঁকৰা নে ? ধেমালি কৰি কোৱা কথাষাৰকে ইমান চিৰিয়াচলি লবা বুলি মই ভবাই নাছিলোঁ। মই জানো তোমাক নুবুজো ?

তেখেতৰ কথাষাৰে বুকুৰ ওপৰত তুলি থোৱা গধুৰ শিল এচটাহে যেন কেনোবাই আঁতৰাই দিছিল। মনচুনক লৈ মোৰ বিষয়ে কোনোবাই কিবা কোৱা বুলি ভবা কথাষাৰ তেন্তে সঁচা নহয় ?

তাৰ পিচত আমাৰ মাজত কিছু সময়ৰ নীৰৱতা।

মই সন্ধ্যাতৰাৰ কথাকেই ভাবিছিলোঁ। সন্ধ্যাতৰাৰ সেয়া যেন যৌৱন নহয়, ছুপৰৰ সূৰ্য্যৰ উত্তাপ। সন্ধ্যাতৰাৰ ৰূপ, ৰূপ নহয়।

শৰতৰ আকাশৰ পূৰ্ণেন্দুৰ বুকুৰ পৰা নিগৰি অহা এমুঠি মিঠা জোনাক।

ছুটীৰ শেষ দিনা সন্ধিয়া আঠ বজাত আহি শ্বিলং পাইছিলোঁ।
ইমান দিনে অনুভৱ নকৰা এটা নতুন অনুভূতিয়ে মোক সেইদিনা এযাৰ কথাই সকিয়াই দিছিল ঃ মই যেন বৰ অকলশৰীয়া। নিঃসঙ্গ। কোনোবা এজনৰ অকণমান আশ্ৰয়; অকণমান মৰম মোৰ যেন বৰ প্ৰয়োজন। যোৱা চাৰি বছৰে সন্তুষ্টিৰে বাস কৰি অহা এই কোৱা-টাৰটো মোৰ প্ৰয়োজনতকৈ বহুত বেছি ডাঙৰ। এইখন ঘৰত আৰু কোনোবা এজনৰ আৱশ্যক। কোনো দিনে অনুভৱ নকৰা কোৱাৰ্টা-ৰটো মোৰ নিজৰে বৰ নিৰ্জ্জন নিৰ্জ্জন যেন লাগিছিল। মোৰ আল-পৈচান ধৰিবলৈ নেপালী কাঞ্চাটোয়ে যথেষ্ট নহয়। আৰু কোনোবা এজনৰ প্ৰয়োজন। সন্ধ্যাতৰাৰ।

মই বাৰে বাৰে অনুভৱ কৰিছিলোঁ ঃ জীৱনত এজনী সুন্দৰী আৰু মৰমীয়াল নাৰীৰ অত্যন্ত প্ৰয়োজন।

ভাত-পানী খাই সন্ধ্যাতৰাৰ ফটোখন চাই চাই মই বাহিৰৰ জগত-খনৰ কথা পাহৰি গৈছিলোঁ। তেনেদৰে কিমান সময় পাৰ হৈ গৈছিল কব নোৱোৰোঁ। হঠাতে কাৰোবাৰ বিশৃঙ্খল হাঁহি এটা শুনি উচপ্ খাই উঠিলোঁ। মূৰ তুলি চাই স্পষ্টকৈ দেখিছিলোঁ ঃ সন্মুখত এটা নাৰী মূৰ্ত্তি। মই নিঃসন্দেহ, সেইজনী মৌচুমী।

মৌচুমীয়ে বলিয়াৰ দৰে হাঁহি হাঁহি চিঞৰি চিঞৰি কৈছিল ঃ এখন সুখৰ ঘৰত জুই জ্বলাই তোমাৰ শান্তি নহল? তুমি এদিন মোৰ সুখৰ ঘৰখনত জুই জ্বলাইছিলা। আৰু মই আজি তোমাৰ সুখৰ নীড়ত জুই জ্বলাম।

তাৰ পিচত বিকট হাঁহি এটা মাৰি মোৰ দৃষ্টিৰ পৰা মৌচুমীজনী সন্মুখৰ দুৱাৰখনেৰে দৌৰি আঁতৰি গৈছিল! দুৱাৰমুখৰ পৰ্দ্দাখন অকমানকৈ কঁপি উঠিল। বিছনাখনৰ পৰা একেজাঁপে নামি মমো

মৌচুমীৰ পিচে পিচে বাহিৰলৈ ওলাই যাব খুজিছিলোঁ। মৌচুমীক চিঞৰি ফিৰাই আনিব খুজিছিলোঁ। কিন্তু নোৱাৰিলোঁ। বন্ধ দুৱাৰখনত ঠেকা খাই থমকি ৰৈছিলোঁ।

তেতিয়াহে মোৰ চেতনা ফিৰি আহিল।

এয়া কেনেকৈ সম্ভৱ হব পাৰে?

দুৱাৰ-খিৰিকীবোৰ আকৌ এবাৰ পৰীক্ষা কৰি চালোঁ। আটাইবোৰ বন্ধ। খিৰিকী এখন খুলি দিলোঁ। বাহিৰত ডবাপিটা বৰষুণ। খোলা খিৰিকীখনেৰে চেঁচা বতাহ্ এজাকৰ সৈতে এচাৰকণিৰ টোপালবোৰ চিটিকি আহি মোৰ গালে-মুখে লাগিল।

মই শিহৰি উঠিছিলোঁ কিজানি। লৰালৰিকৈ খিৰিকীখন আকৌ বন্ধ কৰি দিলোঁ। বাহিৰত ঘন এন্ধাৰ। সেই এন্ধাৰত মই কাকো দেখা নাপালোঁ। কাৰো প্ৰতিমূৰ্ত্তি মোৰ চকুত নপৰিল।

কিন্তু এয়া কেনেকৈ সম্ভৱ হব পাৰে?

বন্ধ কোঠাটোলৈ মৌচুমী আহিল কেনেকৈ? দুবছৰ আগতে কোনোবা এটা গভীৰ নিশা ৰাজধানীৰ বুকুৰ পৰা হেৰাই যোৱা মৌচুমীজনী হঠাতে ক'ৰপৰা কেনেকৈ ওলালহি? অথচ মই স্পষ্টকৈ শুনিছোঁ· সেয়া মৌচুমীৰ হাঁহি। মৌচুমীৰ কণ্ঠস্বৰ। স্পষ্টকৈ দেখিছোঁ: সেইজনী জীয়া মৌচুমী। আউল-বাউল চুলি। বেদনা-বিধুৰ এযুৰি চকু। কিন্তু তীব্ৰ। উজ্জ্বল।

মৌচুমী এদিন হেৰাই গৈছিল। আজি নহয়; দুবছৰৰ আগতে। মৌচুমীৰ অন্তৰ্দ্ধানৰ ৰহস্য উদ্‌ঘাটন কৰিবলৈ গৈ সিদিনা বহুতে বহুত কথা কৈছিল।

"এইবোৰ আৰ্টিষ্ট নোপোৱা তিৰোতা কাৰোবালৈ পলাই গ'ল।"

কঙ্কণে ভাবিছিল: মৌচুমী পলাই যোৱা নাই। কৰবাত আত্মহত্যা কৰিলে। মূৰৰ ভাৱসাম্য হেৰুৱাবলৈ ওলোৱা মৌচুমীৰ চৰিত্ৰ কঙ্কণে ভালদৰেই জানে। তাই পলাই যোৱা চৰিত্ৰৰ তিৰোতা নহয়।

মৌচুমী নিৰুদ্দেশ হোৱাৰ কেইদিনমান পিচত কঙ্কণে মোক কথাবোৰ কৈছিল। আত্মহত্যা কৰাটোৱে যে সঁচা সেই বিষয়ে কঙ্কণৰ অকণো সন্দেহ নাই।

মই ভাবিছিলোঁ ঃ কঙ্কণে মৌচুমীক হত্যা কৰা নাইতো ?

ঘটনা তদন্ত কৰিবলৈ অহা পুলিচে কি ভাবিছিল নাজানো।

কিন্তু মৌচুমীক আৰু কেৱে ক'তো বিচাৰি নাপালে। ময়ো দেখা পোৱা নাছিলোঁ।

অথচ সেইজনী মৌচুমীয়েই আহি মোক সাৱধান-বাণী শুনাই গ'ল।

দুৱাৰ-খিৰিকীবোৰ আকৌ এবাৰ পৰীক্ষা কৰি ভয়ত মই পেঁপুৱা খাই পৰিলোঁ। প্ৰত্যেকখন দুৱাৰ-খিৰিকীয়েই বন্ধ। তেনেহলে কেনেদৰে মৌচুমী আহি মোৰ কোঠাত সোমাল ? আঁতৰি যাওঁতেও দেখিছোঁ ঃ সম্মুখৰ দুৱাৰখনেৰেই মৌচুমী আঁতৰি গৈছিল। তাইৰ গাত লাগি দুৱাৰমুখত ওলোমাই থোৱা পৰ্দ্দাখন কঁপিছিল।

তেন্তে এয়া মৌচুমীৰ প্ৰেতাত্মা নেকি ?

ভূত-প্ৰেতলৈ মই কোনোদিনেই ভয় কৰা নাই। ভূত-প্ৰেতৰ অস্তিত্বও আমি বিশ্বাস নকৰোঁ। চিকিৎসা বিজ্ঞানৰ ছাত্ৰ হিচাবে কলেজত ভৰ্ত্তি হোৱাৰ দিনৰে পৰা মানুহৰ কঙ্কাল আগত লৈ শেষ নিশাও অকলে অকলে শৰীৰতত্ত্বৰ কথা বুজিবলৈ যত্ন কৰিছোঁ। পৰীক্ষালৈ সাজু হৈছোঁ। মৰা-মানুহৰ মাজে মাজে অকলে ঘূৰি ফুৰিছোঁ। দেহতত্ত্বৰ বাস্তৱ জ্ঞান আহৰণ কৰিবলৈ যত্ন কৰিছোঁ। পৰীক্ষা পাছ কৰি মেডিকেল কলেজ এৰি অহাৰ পিচত চাকৰি জীৱনত বহুতৰ হাড়-মূৰ, পেট কাটি প'ষ্টমৰ্টেম ৰিপ'ৰ্ট লিখিছোঁ। ওচৰতে পৰি থকা মৃতজনলৈ চাই চাই মৰিবলৈ ওলোৱা আন কাৰোবাক চিকিৎসা কৰিছোঁ। অপাৰেশ্যন থিয়েটাৰতে প্ৰাণ হেৰুওৱা কোনোবাজনক একাষৰীয়াকৈ থেলি থৈ আন এজনক অপাৰেশ্যন টেবুলত এনাচ্থেচিয়া দিছোঁ। তথাপি কোনোদিনে মোৰ মনত ভূত-প্ৰেতৰ ভয়ে

বাহ লোৱা নাই। অশৰীৰী আত্মা দেখা নাই। লগ পোৱা নাই। কিন্তু মৌচুমীৰ বিকট হাঁহি আৰু কণ্ঠস্বৰে মোক বাৰুকৈয়ে পেঁপুৱা খুৱাই থৈ গৈছিল। চিন্তিত কৰি তুলিছিল।

সন্ধ্যাতৰাক আঙুঠি পিন্ধাই শ্বিলং পোৱাৰ দিনাখনৰ ৰাতিৰ দৰেই দ্বিতীয় নিশাও ঘটিছিল সেই একেটা ঘটনাৰে পুনৰাবৃত্তি। মাজনিশা চৰকাৰী বিষয়াৰ সুৰামত্ত যুৱতীপত্নী গৰাকীক পৰীক্ষা কৰি আহি শুই ভাবিছিলোঁঃ সন্ধ্যাতৰায়ো যদি বিষয়াজনৰ পত্নী গৰাকীৰ দৰেই এটা উশৃঙ্খল জীৱন যাপন কৰিবলৈ বিচাৰে? ক্লাব আৰু মদৰ বটল লৈয়ে ব্যস্ত থাকে? মৌচুমীৰ দৰে যদি মাজনিশা কৰবালৈ পলাই যায়?

চিন্তাৰ আঁত এবাৰ মেল খালে আৰু মেৰ নাখায়। এটাৰ পিচত আন এটা চিন্তাই মোক জুমুৰি দি ধৰিছিল। মৌচুমীৰ কাহিনীটো মনত পৰাৰ লগে লগে কঙ্কণ, শান্তনু আৰু বৃন্দাবন চলিহাৰ মুখকেইখন এখন এখনকৈ চকুৰ আগত ভাঁহি উঠিছিল। টোপনি যাবলৈ ব্যৰ্থ চেষ্টা কৰি অৱশেষত উপন্যাস এখন মেলি লৈছিলোঁ।

তাৰ পিচত কোনোবা এটা মুহূৰ্ত্তত সঁচাকৈয়ে মই মৌচুমীৰ কথা পাহৰি গৈছিলোঁ। আৰু সেই মুহূৰ্ত্ততে মোৰ কাণত পৰিছিল নাৰীকণ্ঠৰ এটা বিশৃঙ্খল হাঁহি। সেই হাঁহি আগদিনা নিশা শুনা মৌচুমীৰ হাঁহি। মৌচুমীৰ কণ্ঠস্বৰ।

এনে কাৰণতেই পাঁচ বছৰ আগতে তেলনগৰী নাহৰকটীয়াৰ পৰা বদলি হৈ শ্বিলঙলৈ আহিছিলোঁ। আৰু তেতিয়াই এদিন নিশাৰ এন্ধাৰত লগ পাইছিলোঁ ৰূপৰ শিখাৰে পুৰি মাৰিব খোজা মনচুনক।

সেয়া এক ৰহস্যঘন নিশাৰ অন্য এক সঁচা কাহিনী।

॥ দুই ॥

অভাৱৰ কাৰণে উপবাসে থকাৰ অভিজ্ঞতা যাৰ নাই সেইসকলে ক্ষুধাৰ তাড়না কি বুজিব নোৱাৰে। চাকৰিৰ ক্ষেত্ৰত মোৰো সেয়ে হৈছিল। কাৰণ চিকিৎসক হিচাবে স্বীকৃতি পোৱাৰ পিচত চাকৰিৰ কাৰণে মই বিশেষ কষ্ট কৰিবলগীয়া হোৱা নাছিল। প্ৰথম চেষ্টাতেই মই চাকৰি পাইছিলোঁ। চাকৰি যে ইমান সহজলভ্য সেই কথা মোৰ ধাৰণাই নাছিল। সেই কাৰণে কোনোবাই নিবনুৱা সমস্যাৰ কথা কলে মোৰ বৰ খং উঠে। চাকৰিৰ ক্ষেত্ৰত থলুৱা প্ৰাৰ্থীক বঞ্চিত কৰা বুলি বাতৰিত প্ৰকাশ পোৱা অভিযোগবোৰ মই সঁচা বুলি নাভাবো। অসমত এতিয়াও চাকৰিৰ অভাৱ হোৱা নাই। অভাৱ মাথোন চাকৰি কৰিবলৈ আগবাঢ়ি অহা মানুহৰ। সঁচা কথা: সকলোকে হাকিম অথবা উচ্চ বিষয়াৰ চাকৰি দিব নোৱাৰি। আমাৰ ডেকাবোৰে সৰুসুৰা চাকৰি কৰিব নোখোজে। কৰিবলৈ লাজ পায়। সেই কাৰণে কোনোবা কৰবাত নিবনুৱা হৈ থকাটো স্বাভাৱিক।

কিন্তু মোৰ এই বদ্ধমূল ধাৰণাটো এদিন সলনি হৈছিল। সলনি কৰি দিছিল নবনীতাৰ মৃত্যুই। থলুৱা প্ৰাৰ্থীক বঞ্চিত কৰাৰ ক্ষেত্ৰত আমি অসমীয়াসকলে কিদৰে অনা-অসমীয়া বৰ বৰ বিষয়াসকলক সহায় কৰিছোঁ সেই কথা মই নিজৰ ক্ষেত্ৰতেই প্ৰমাণ পাইছিলোঁ। অৱশ্যে এই সমস্যাটোৰ বিষয়ে তেতিয়া সিমান গুৰুত্ব নিদিলেও

নবনীতাৰ মৃত্যুত সমস্যাটোৰ বিষয়ে আভাস এটা পাইছিলো। ঃ অসমত নিবনুৱা সমস্যাই পোখা মেলি উঠিছে।

নবনীতা আন এজনী যৌৱনদীপ্ত শিক্ষিতা গাভৰু। কলেজৰ শিক্ষা সাং কৰি বৃদ্ধ মাক-দেউতাকক সকাহ দিবলৈ চাকৰিৰ সন্ধানত ঘূৰি ফুৰা নবনীতাই চাকৰি নেপালে। কাৰোবাৰ গৃহিণীও হব নোৱাৰিলে। কাৰণ জীৱিকাৰ পথ নোহোৱাকৈ সংসাৰী হোৱাৰ মূৰ্খামি আজিৰ ডেকা সমাজৰ নাই। আৰু যিসকলৰ জীৱিকাৰ পথ স্বচ্ছল সেইসকলৰ কাৰণে ছোৱালীৰ অভাৱ নাই। সেইসকল ডেকাই নবনীতাৰ দৰে ছোৱালীক জীৱনসঙ্গিনী কৰি নিজৰ ভবিষ্যতৰ মূৰ খাব কিয় ?

নবনীতাই চাকৰি পোৱা নাছিল। কিন্তু পাইছিল নিৰঙ্কুশ শান্তি। কোনো দিনে কেৱে আমনি কৰিব নোৱাৰা এক গভীৰ প্ৰশান্তি।

তেতিয়াই এদিন লগ পাইছিলো। শান্তনু চলিহাক। সুঠাম দেহৰ ধুনীয়া ডেকা শান্তনুৰ মুখমণ্ডলত সজ বংশৰ ছাপ। উজ্জ্বল তীব্ৰ ক'লা চকুযুৰিত বুদ্ধিমত্তাৰ পৰিচয়। ঘন ক'লা চেলাউৰিযুৰিত ধৈৰ্য্য আৰু একাগ্ৰতাৰ প্ৰতিজ্ঞা। ঈগলৰ দৰে দীঘল বেঁকা নাকটোত দৃঢ় মনৰ সংকেত।

কিন্তু পুতৌ লগা শান্তনুৰ কৰুণ মুখখনত ফুটি উঠিছিল এটা কঠোৰ বাস্তৱৰ প্ৰতিচ্ছবি। জীৱনৰ সংঘাত।

তেল নগৰীত কেইটামান চাকৰি ওলাইছিল। কাৰিকৰী নহয়; যোগাযোগ আৰু অফিচৰ হিচাব-পত্ৰ ৰাখিবলগীয়া চাকৰি। কাগজত এদিন বিজ্ঞাপন ওলাল। অৰ্হতাসম্পন্ন প্ৰাৰ্থী লাগে। থলুৱা লোকক অগ্ৰাধিকাৰ দিয়াৰ প্ৰতিশ্ৰুতিপূৰ্ণ বিজ্ঞাপনখন দেখি বহুতো চাকৰি আকলুৱা অসমীয়া ডেকাই বৰ আশাৰে দৰ্খাস্ত দিছিল।

ইণ্টাৰভিউও এদিন হৈ গৈছিল।

আৰু ইণ্টাৰভিউ হৈ যোৱাৰ দুদিন পিচতেই অশান্ত হৈ পৰিছিল

ছুলিয়াজান, নাহৰকটীয়া আৰু জয়পুৰ। একালে পুলিচ, বেয়নেট আৰু টিয়াৰ গেছৰ গোন্ধ। আনফালে ক্ষোভিত জনতাৰ এক বিৰাট শোভাযাত্ৰা। জাক জাক অসমীয়া ডেকা আৰু গাভৰু। বিক্ষুব্ধ। কিন্তু শান্তিপূৰ্ণ। ডেকা-গাভৰুজাকে জেনেৰেল মেনেজাৰক লগ পাব বিচাৰিছিল। তেওঁলোকক প্ৰত্যুত্তৰ লাগে। তেওঁলোকৰ প্ৰশ্ন: দুদিন আগতে হৈ যোৱা ইণ্টাৰভিউলৈ এজনো অসমীয়া ডেকাক মতা নহ'ল কিয়? সেই প্ৰশ্নৰ উত্তৰ বিচাৰি শোভাযাত্ৰাৰ আটাইবোৰ জনতা আহি জেনেৰেল মেনেজাৰৰ ধুনীয়া প্ৰকাণ্ড বঙলাটোৰ চোতালত থুপ খাইছিল। প্ৰশ্নৰ উত্তৰ বিচাৰি যোৱা ডেকা-গাভৰুজাকৰ সন্মুখলৈ ওলাই আহিব নোখোজা জেনেৰেল মেনেজাৰ খান্না অৱশেষত এটা উত্তপ্ত মুহূৰ্ত্তত ওলাই আহিবলৈ বাধ্য হ'ল। দুকাষত বন্দুক বেওনেটধাৰী পুলিচ অফিচাৰ। স্বয়ং খান্নাৰ হাততো গুলী ভৰোৱা পিষ্টল।

খান্নাক দেখি জনতাৰ সহস্ৰ কণ্ঠই চিঞৰি উঠিল: আমাক উত্তৰ লাগে। উত্তৰ দিয়া।

আনফালৰ পৰা উত্তৰ আহিছিল: এই প্ৰশ্নৰ উত্তৰ দিবলৈ মই বাধ্য নহয়। তোমালোক আঁতৰি যোৱা।

: আমাক উত্তৰ দিবই লাগিব। নহলে আমি ইয়াৰ পৰা আঁতৰি নাযাওঁ। হয় মৰিম; নহয় উত্তৰ লৈ আঁতৰি যাম।

এয়া সহস্ৰ মুখৰ পৰা নিগৰি অহা মিলিত কণ্ঠৰ দৃঢ়স্বৰ।

কিন্তু আঁতৰি যাব নোখোজা সেই ডেকা-গাভৰুজাকে অৱশেষত ছত্ৰভঙ্গ দিবলৈ বাধ্য হ'ল। উত্তৰ দিব নোখোজা জেনেৰেল মেনেজাৰে উত্তৰ দিছিল। অৱশ্যে মুখেৰে নহয়; পিষ্টলৰ আগেৰে। খান্নাৰ প্ৰত্যুত্তৰৰ ধ্বনিত কিছুমান পলাল; আন কিছুমান উন্মত্ত হৈ পৰিল। মৃত্যু-যন্ত্ৰণাত চিঞৰি মাটিত ঢলি পৰা নৱনীতাৰ ওচৰলৈ দৌৰি গৈছিল শান্তনু চলিহা আৰু কেইজনমান ডেকা।

কাৰোবাৰ ভৰি ভাঙিল। কাৰোবাৰ হাত। কিন্তু মন ভাঙিল

বহুতৰে। ডুবৰিভৰাত অসমীয়া নিবনুৱা ডেকা-গাভৰুৰ তেজে অনুতৃপীয়াকৈ ফাকুৰ বং সিচিলে।

হঠাতে শান্তনু চলিহাৰ কি হৈছিল সি নিজেই নাজানে। নবীনতাৰ ওচৰৰ পৰা হিংস্র ক্ষুধিত বাঘৰ দৰে উন্মত্ত হৈ দৌৰি গৈছিল জেনেৰেল মেনেজাৰ খান্নাৰ ওচৰলৈ। কিন্তু তাৰ বহু আগেয়ে জনতাৰ সম্মুখৰ পৰা খান্না অন্তৰ্দ্ধান হৈ পৰিছিল। টিয়াৰ গেছৰ ধোঁৱাৰ মাজত খান্না কেনি আঁতৰি গ'ল কেৱে গম নাপালে।

সেইদিনাৰে নিশা। শান্তনু চলিহা মোৰ ওচৰলৈ আহিছিল। কৈছিল: চাওক ডাক্তৰ, মই আপোনাক অনুৰোধ কৰিবলৈ অহা নাই। এবাৰ কথা মাথোন সঁকিয়াই দিবলৈ আহিছোঁ। আপোনাৰ ওচৰলৈ বহুতো প্ৰলোভন আহিব। আপোনাক মৃত্যুৰ ভাবুকিও হয়তো দেখুৱাব। আশাকৰোঁ, সেই ভাবুকিয়ে, প্ৰলোভনে আপোনাৰ দৃঢ় মনটোক বিচলিত কৰিব নোৱাৰিব। এটা জাতিৰ স্বাৰ্থক উপেক্ষা কৰাৰ নৈতিক সাহস নিশ্চয় আপোনাৰ নাই। আপোনাক মিছা কথা লিখিবলৈ মই কোৱা নাই। যি সঁচা সেই কথাকে আপুনি লিখিব। নবনীতাৰ মৰণোত্তৰ প্ৰতিবেদনত সঁচা কথা লিখিবলৈ আৱশ্যক হোৱা এই সৎ সাহসকণ আপুনি কেতিয়াও নেহেৰুৱাব বুলিয়েই মোৰ বিশ্বাস।

শান্তনু চলিহাৰ অনুমানটোৱে সঁচা হ'ল।

অশেষ চেষ্টা কৰিও নবনীতাক ৰক্ষা কৰিব নোৱাৰিলোঁ। আমাৰ সকলো চেষ্টা, যত্ন বিফল হৈ গৈছিল। মোৰ বেয়া লাগিল। জীয়াই থকাৰ পথ বিচাৰি বেচেৰীয়ে সাৱটি ললে মৃত্যুক।

তাইৰ মৃত্যুৰ কাৰণে সঁচাকৈয়ে দায়ী কোন? তাইৰ জীয়াই থকাৰ দাবী নে আন কাৰোবাৰ খামখেয়ালি? নে কোনোবা স্বাৰ্থজড়িত মহলৰ ষড়যন্ত্ৰ।

হিমশীতল, নিঃসাৰ নবনীতাক হাস্পাতালত এৰি থৈ অহাৰ কেইঘণ্টামান পিচতে ফোন এটা পাইছিলোঁ।

ঃ আপুনি ডাক্তৰ বৰুৱা নহয় জানো? মই খান্নাই কৈছোঁ। শুনক, গাড়ী এখন মই আপোনাৰ ওচৰলৈ অলপ আগতে পঠিয়াই দিছোঁ। ইতিমধ্যে যদি গৈ পোৱা নাই তেন্তে এতিয়াই পাব। আশাকৰোঁ আপুনি······কি কলে? হয়— মোৰ পৰিবাৰৰ অৱস্থা বৰ চিৰিয়াচ্······অসুখ তেনে একো নাছিল। কিন্তু হঠাতে অজ্ঞান হৈ পৰিছে।······ভাল বাৰু। কিন্তু পলম নকৰিব দেই।······ধন্যবাদ।

সশব্দে ফোনটো থৈ দিয়াৰ শব্দ এটা সিমূৰৰ পৰা ভাঁহি আহি মোৰ কাণত পৰিল। ঠিক সেই মুহূৰ্ত্ততে গাড়ী এখন আহি মোৰ কোৱাৰ্টাৰৰ সন্মুখত ৰৈছিল। হেড্ লাইটৰ তীব্ৰ পোহৰত সন্মুখৰ পথাৰখন উজ্জ্বল হৈ পৰিছে। এন্ধাৰত গাড়ীৰ ৰং অথবা নম্বৰটো দেখা নাছিলোঁ। কিন্তু অনুমান কৰি লৈছিলোঁ সেইখনেই জেনেৰেল মেনেজাৰ খান্নাৰ মাখন ৰঙৰ এম্বেচেডৰ।

সন্দেহ হৈছিল যদিও বিশ্বাস কৰিব পৰা নাছিলোঁ। প্ৰেক্‌টিচিং বেগটোৰ ভিতৰত সাধাৰণতে প্ৰয়োজনে হোৱা দৰৱ আৰু যন্ত্ৰপাতিবোৰ ভৰাই লৈ গাড়ীখনত বহি পৰিছিলোঁ।

কেইমিনিটমান পিচত। গাড়ী গৈ মেনেজাৰ খান্নাৰ বঙলাৰ চৌহদত ৰোৱাৰ লগে লগে গাড়ীখনৰ ওচৰলৈ লৰি আহিছিল এজন উৰ্দ্দি পিন্ধা চতুৰ্থ শ্ৰেণীৰ কৰ্ম্মচাৰী।

"আহিয়ে। বৰা চা'ব ওপৰলে হ্যায়।"

গাড়ীৰ দুৱাৰখন খুলি মানুহজনে মোক বাট দেখুৱাই নিছিল। মই তাক অনুসৰণ কৰি মিঃ খান্নাৰ পচৰ পালোঁগৈ।

পাইপ হুপি হুপি গুৰুগম্ভীৰ পদক্ষেপেৰে ক'ৰিডৰত ঘূৰি ফুৰা খান্নাই মোক দেখি ভিতৰৰ কোঠা এটালৈকে লৈ গৈছিল। হিন্দুস্থানী কৰ্ম্মচাৰীজনে আকৌ এটা চালাম জনাই অহা বাটেৰে আকৌ তলৰ মহলালৈ আঁতৰি গৈছিল।

মই আচৰিত হৈছিলোঁ। সন্দিহান হৈ পৰিছিলোঁ। এটা জনশূন্য কোঠা। ৰোগী কিম্বা আন কোনোবা মানুহ থকা বুলিও

মোৰ অনুমান নহ'ল। কোঠাটোত সোমোৱাৰ লগে লগে খান্নাই দুৱাৰখন ভিতৰৰ পৰা বন্ধ কৰি দিছিল। কেনৰ চুইচটো টিপি দি মোক বহিবলৈ কৈছিল।

খান্নায়ে প্ৰথমতে কথা আৰম্ভ কৰি কৈছিলঃ আপুনি নিশ্চয় আচৰিত হৈছে। পৰিবাৰৰ কোনো অসুখ হোৱা নাই। মই আপোনাক আন এটা কথাৰ কাৰণেহে মাতি আনিছোঁ।

তাৰ পিচত কিছু সময়ৰ মৌনতা।

মই কোনো কথা সোধাৰ প্ৰয়োজন নহ'ল। সেই নীৰৱতা ভাঙি খান্নাই দুপৰীয়াৰ ঘটনাটো এফালৰ পৰা বৰ্ণাই গ'ল। তাৰ পিচত কেনে পৰিস্থিতিত আত্মৰক্ষাৰ কাৰণে পিষ্টল তুলি লবলগীয়া হৈছিল সেই কথাও কৈছিল।

খান্নাই কিমান সঁচা কৈছিল মই নাজানো। যদি খান্নাৰ কথা সঁচা তেন্তে পুলিচৰ লগতে তেঁৱো গুলী কৰিবলগীয়া হোৱাটো নিতান্ত অপৰিহাৰ্য্য।

মোৰ ওচৰত খান্নাৰ কি প্ৰয়োজন অৱশেষত মই বুজিছিলোঁ। খান্নাই নিজেই কৈছিল।

কথাবোৰ শুনি মই শিহৰি উঠিছিলোঁ। ভাবিছিলোঁঃ এয়া কেনেকৈ সম্ভৱ হব পাৰে? অনুমান হৈছিলঃ শান্তনু চলিহাই যেন মোৰ পিচফালে থিয় হৈ মোলৈ অগ্নি-দৃষ্টিৰে চাই আছে। আঙুলি টোৱাই সুধিছেঃ মই কোৱা কথা সঁচানে? সিদ্ধান্ত লবলৈ মোৰ যথেষ্ট সময় লাগিল। তথাপি স্থিৰ সিদ্ধান্তত উপনীত হব পৰা নাছিলোঁ। মোৰ পৰা কোনো সঁহাৰি নাপাই খান্নাই পুনৰ দোহাৰিছিলঃ কোনো মিছা কথা লিখিবলৈ আপোনাক কোৱা নাই। কেৱল মৰণোত্তৰ প্ৰতিবেদনত আপুনি মাথোন এযাৰ কথাই লিখিব। গাভৰুজনীৰ মৃত্যু হৈছিল পুলিচৰ বন্দুকৰ গুলীত। এই এযাৰ মাত্ৰ কথা লিখি দিয়াৰ কাৰণে আপোনাৰ সন্মুখত এয়া দহ হেজাৰ টকা।

কথাবাৰ কৈ গেণ্টৰ জেপৰ পৰা এপটকীয়া নতুন চক্‌চকীয়া নোটৰ বাণ্ডিল এটা মোৰ সন্মুখত দাঙি ধৰিছিল। মই উচপ্‌ খাই উঠিছিলোঁ। কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰিছিলোঁ। দহ হেজাৰ টকা ?

ঃ চাওক, টকা আপুনি নললেও মোৰ বিশেষ তেনে কোনো আপত্তি নাই ডাক্তৰ। মৰণোত্তৰ প্ৰতিবেদনত পিষ্টলৰ গুলীৰ আঘাতত মৃত্যু হোৱা বুলি লিখিলেও মোৰ কোনো ক্ষতি নহয়। উন্মত্ত উশৃঙ্খল জনতাৰ জাকৰ পৰা নিজক ৰক্ষা কৰিবলৈ পিষ্টল ব্যৱহাৰ কৰাৰ সপেক্ষে মই নিশ্চয় যুক্তি দেখুৱাব পাৰিম। সেই যুক্তি মোৰ আছে। কিন্তু আপোনাৰ জীৱনৰ নিৰাপত্তাৰ কাৰণে আপুনি নিজে সাৱধান হব লাগিব। ভৱিষ্যতে কিবা এটা হলে তাৰ বাবে মই কিন্তু দোষী নহয়। সংগ্ৰাম পৰিষদৰ নেতা সকলে কি বিচাৰে মই জানো। সিহঁতৰ মুখ বন্ধ কৰিবলৈ বিশেষ পৰিশ্ৰম কৰাৰ মোৰ প্ৰয়োজন নাই। ইতিমধ্যে বহুতো অসমীয়া ডেকাৰ নামত নিয়োগ-পত্ৰ পঠোৱা হৈছে।

নিজকে প্ৰশ্ন কৰিছিলোঁ ঃ মই কি কৰা উচিত ? কোনটো ডাঙৰ ? টকা, জীৱন, নৈতিকতা নে জাতীয় স্বাৰ্থ ? শান্তিমনে চলিহাক মই কি কম ? আৰু খান্নাই কোৱাৰ দৰেই মই প্ৰতিবেদন প্ৰস্তুত নকৰিলেই জানো জাতীয় স্বাৰ্থ অক্ষুণ্ণ হৈ ৰ'ব ? খান্নাই বৰ্ণোৱাৰ দৰে উন্মত্ত শোভাযাত্ৰী দলে যে তেওঁক আক্ৰমণ কৰা নাছিল তাৰেই বা প্ৰমাণ কি ? মইতো নিজে দেখা নাছিলোঁ। ঘটনাস্থলীত উপস্থিত নাছিলোঁ। মোৰ প্ৰতিবেদনেইতো গাভৰু গৰাকীৰ মৃত্যুৰ প্ৰকৃত কাৰণ উদ্‌ঘাটন নকৰে। খান্নাৰ কথাত মান্তি নহলে হয়তো মোৰ সন্মুখত পৰি থকা টকাৰ বাণ্ডিলটো কোনোবা পুলিচ অফিচাৰৰ জেপলৈ যাব। কিন্তু জেনেৰেল মেনেজাৰ খান্না খান্না হৈয়ে ৰব। সংগ্ৰাম পৰিষদে ৰূপ লব শান্তি পৰিষদৰ। মই হে মাথোন হব লাগিব ক্ষমতাৰ বলি। কোডা, পদ, জীৱন-এটা লৈ

অসহ্য যন্ত্ৰণাত দেই-পুৰি মৰিব লাগিব। নিৰ্বুদ্ধিতাৰ অনুশোচনাই ওবে জীৱন খুলি খুলি খাব।

মনৰ যুক্তিয়ে শান্তনু চলিহাৰ সকিয়নীক ওফৰাই পেলাইছিল। কিন্তু শান্তনুহঁতৰ দলে যদি প্ৰতিবাদ কৰে? মোৰ পৰীক্ষা নিৰ্ভুল নহয় বুলি আন ডাক্তৰৰ হতুৱাই পৰীক্ষা কৰিবলৈ দাবী জনায়?

থান্নাই বোধহয় মোৰ মনৰ কথাটো বুজি পাইছিল। কৈছিল: আপোনাৰ পৰীক্ষাক কোনোবাই যদি নিৰ্ভুল নহয় বুলি চেলেঞ্জ কৰাৰ আশঙ্কা কৰে তেন্তে মৰণোওৰ পৰীক্ষা শেষ হোৱাৰ লগে লগে গাভৰু গৰাকীৰ মৃতদেহ আঁতৰাই নিয়াৰ ব্যৱস্থা মই কৰিম। সংগ্ৰাম পৰিষদৰ সভ্যসকলৰ দ্বাৰাই মৃতদেহৰ অন্ত্যোষ্টিক্ৰিয়া সমাপন কৰাৰ দিহা কৰাম। চিতা জুইৰ ছাই পৰীক্ষা কৰি আপোনাৰ প্ৰতিবেদন মিছা বুলিতো আৰু প্ৰমাণ কৰিব নোৱাৰে? বিৰোধী পক্ষই সেই সুযোগ কেতিয়াও নাপায়।

মই আশ্বস্ত হৈছিলোঁ। বহাৰ পৰা থিয় হৈ আহিবলৈ ওলাইছিলোঁ। থান্নাই মোৰ সোঁহাতখন জোকাৰি জোকাৰি কৈ উঠিছিল। ভেৰি গুড্ বয়।

কিন্তু সিনানতো মোৰ বিপদৰ অন্ত পৰা নাছিল। মই আনএটা নতুন বিপদৰ সন্মুখীন হৈ পৰিছিলোঁ।

এদিন শান্তনু চলিহা আকৌ মোৰ ওচৰলৈ আহিছিল।

ভাবিছিলোঁ: আদালতত চলি থকা মোকৰ্দ্দমাটোৰ বিষয়ে মোক কিবা কব। অনুৰোধ কৰিব যাতে সংগ্ৰাম পৰিষদ জয়ী হব পাৰে।

কিন্তু মোৰ অনুমানটো সঁচা নহ'ল।

: আপোনাক মই দোষ দিব খোজা নাই ডাক্তৰ। আপুনি ভুল কৰা বুলি মই কব নোখোজোঁ। কিয়নো আপুনি নিৰ্ভুল ৰিপ'ট দিলেও আদালতত সেই ৰিপৰ্ট মিছা বুলি প্ৰমাণিত হ'লহেঁতেন। আপুনি তেনেদৰে প্ৰতিবেদন দাখিল নকৰা হলে আন কোনোবাই তেনে এটা প্ৰতিবেদনকে দাখিল কৰিলেহেঁতেন। কাৰণ অসমত

ডাক্তৰ এজন নহয়। সংগ্ৰাম পৰিষদৰ বহুতো সদস্যই আমাৰ বিৰুদ্ধে সাক্ষী দিবলৈ ওলাইছে; আৰু দিবও। কেবাজনো ডেকা ইতিমধ্যে কোম্পানীৰ চাকৰিত ভৰ্ত্তি হৈছে। এয়া চাওঁক মোলৈকে আগবঢ়োৱা টোপটোও কম লোভনীয় নহয়। কোৱাৰ পৰা থমকি বৈ শান্তনুৱে জেপৰ পৰা টাইপ কৰা কাগজ এখন উলিয়াই মোলৈ আগবঢ়াই দিলে। তেল কোম্পানীত চাকৰি, মিঃ থাপ্পাই শান্তনু চলিহালৈ দিয়া এখন নিয়োগ-পত্ৰ। দামী চাকৰি। অথচ সেই চাকৰিটোৰ কাৰণে কাগজত বিজ্ঞাপন দিয়াই হোৱা নাছিল।

নিয়োগ-পত্ৰখন পঢ়ি মই শান্তনুৰ মুখলৈ চাইছিলোঁ।

ঃ অকল এয়েই নহয় ডাক্তৰ। নগদ ধনৰ শকত টোপোলা এটাও মই পালোঁহেঁতেন। কিন্তু গ্ৰহণ কৰিব নোৱাৰিলোঁ। কাৰণ সমাজত গুণী জ্ঞানী অথবা নেতৃস্থানীয় লোক বুলি এতিয়াও মই স্বীকৃতি পোৱা নাই। আমাৰ উদ্দেশ্য অকল কেইজনমানে চাকৰি পোৱাই নহয়। অসমীয়া লোকৰ থলুৱা স্বাৰ্থক অৱহেলা কৰা লোকসকলক আমি ক্ষমা কৰিলেও বুৰঞ্জীয়ে আমাক ক্ষমা নকৰিব। ইতিহাসে আমাক দ্বিতীয় বদন বুলি আখ্যা দিব। কেতিয়াবা যদি কেনেবাকৈ লেখত লবলগীয়া মানুহ হব পাৰোঁ তেতিয়া আৰু সৰুসুৰা কথাবোৰলৈ চকু দিয়াৰ অৱসৰ নাথাকিব। কিয়নো সকলো কথা— আটাইবোৰ সমস্যাকে তেতিয়া সৰ্ব্বভাৰতীয় হিচাবে বিচাৰ কৰিব লাগিব।

আমি সৰু মানুহ। আমাৰ আশা আৰু আকাঙ্ক্ষাবোৰো বৰ সৰু সৰু। সকলো ক্ষেত্ৰতে অসম প্ৰৱঞ্চিত হব কিয়? আনে অসমৰ অন্যায় কৰিব কিয়? নবনীতাৰ মৃত্যু নোহোৱা হলে আজি যিকেইজন অসমীয়া ডেকাই তেল কোম্পানীত চাকৰি পাইছে সেই-সকলক মিঃ থাপ্পাই তেল খাদৰ চৌহদতে সোমাবলৈ নিদিলেহেঁতেন। বহুতেই কব এই সুবিধাটো মই গ্ৰহণ কৰা উচিত। কিন্তু নবনীতাৰ

প্ৰতি জানো অবিচাৰ কৰা নহব? তাইৰ মৃত আত্মাই বৃদ্ধ মাক-দেউতাকৰ অভিসম্পাত জানো আমাৰ মূৰত নপৰিব?

শান্তনু চলিহা কোৱাৰ পৰা ক্ষন্তেকৰ কাৰণে থমকি মোলৈ চাই ৰ'ল। বক্তৃতা যেন লাগিলেও চলিহাৰ কথাবোৰ শুনি মোৰ বেয়া লগা নাছিল।

কব খুজিছিলোঁ: অসম লাচিতৰ দেশ। জয়া মূলাৰ দেশ। আপোনালোকেই যদি অন্যায়ৰ বিৰুদ্ধে মূৰ দাঙি মুঠে তেন্তে উঠিব কোনে? আমি ক্ষুদ্ৰ স্বাৰ্থ পৰিহাৰ কৰিবই লাগিব।

কিন্তু কব নোৱাৰিলোঁ। কবলৈ মুখ মেলোঁতেই শান্তনু চলিহাই নিয়োগ-পত্ৰখন টুকুৰা টুকুৰকৈ ছিঙি কৈ উঠিল: মোকৰ্দ্দমাত পৰাজয় আমাৰ সুনিশ্চিত। কাৰণ প্ৰকৃত বিচাৰ পাবলৈ হলেও টকাৰ প্ৰয়োজন। আমাৰ টকা নাই। কিন্তু খান্নাৰ আছে। এই মোকৰ্দ্দমা অকল খান্নাৰ বিৰুদ্ধেই নহয়। পুলিচৰ বিৰুদ্ধে। চৰকাৰৰ বিৰুদ্ধে। গতিকে জয়ৰ আশাতকৈ আমাৰ পৰাজয়ৰ আশাই বেছি। কৰ্তৃপক্ষই ফায়াৰিঙৰ আদেশ নিদিলেও খান্নাই দিছিল। খান্নাই নিজে ট্ৰিগাৰ টিপিছিল। খান্নাৰ অকল টকাই নাই। প্ৰতিপত্তিও আছে। টকা আৰু প্ৰতিপত্তিয়ে সঁচাক মিছা আৰু মিছাক সঁচা কৰিব পাৰে। অৱশ্যে আমি প্ৰৱঞ্চিত হোৱাৰ কাৰণে অকল খান্নাইঁতৰ দলটোৱেই দোষী নহয়। আমাৰ থলুৱা লোকসকলৰ মাজত বহুতো খান্না আছে। পাঁচ টকাৰ বিনিময়ত কাপুৰ, ভাৰ্গৱ, পিল্লাইক অসমৰ নিগাজী বাসিন্দা বুলি প্ৰমাণ-পত্ৰ দিয়া চৰকাৰৰ দায়িত্বপূৰ্ণ বিষয়া-নেতা আৰু শিৰফুটা লোকৰ অভাৱ অসমত নাই। কোনোদিনে অসম নেদেখা ত্ৰিচিনপল্লীৰ মৰিয়প্পমে চাকৰিৰ আবেদন-পত্ৰত অসমত থকা কোনোবা এজন আত্মীয়ৰ ঠিকনা দি চাকৰি পোৱাৰ ক্ষেত্ৰত এনিশাৰ ভিতৰতে অসমীয়া হৈ যায়।

বাৰু সেইবোৰ য'ক। বক্তৃতা দিবলৈ মই অহা নাই। কথাপ্ৰসঙ্গত বাধ্য হৈহে ইমানবোৰ কবলগীয়া হৈছে। মোকৰ্দ্দমাত পৰাজয়

সুনিশ্চিত বুলি জানিয়েই এটা অনুৰোধ লৈ আপোনাৰ ওচৰলৈ আহিছোঁ। মোকৰ্দ্দমাত জয়ী হব নোৱাৰিলে নৱীনতাৰ মাক-দেউতাকে ক্ষতিপূৰণ···মানে খান্নাই আপোনাক দিয়া বাণ্ডিল কেইটাৰ পৰাই কেইখনমান নোট নৱীনতাৰ মাক-দেউতাকক নিদিয়ে কিয় ?

হঠাতে মই সচকিত হৈ পৰিছিলোঁ।

শান্তনুৱে আৰু কিবাকিবি কৈছিল। কিন্তু কি কৈছিল বুজি নাপালোঁ। শান্তনুৱে কোৱা আটাইবোৰ কথাৰ অৰ্থ বুজি পোৱাৰ জোখাৰে মোৰ মনৰ প্ৰস্তুতি নাছিল। মই কি কম ভাবি নাপালোঁ। গুৰুতৰ অপৰাধ কৰি ধৰা পৰি যোৱাৰ ভয়ত আতঙ্কিত হৈ পৰিছিলোঁ।

ঃ আপোনাৰ বিৰুদ্ধে মই কোনো অভিযোগ আনিব খোজা নাই। নৱনীতাহঁতৰ পৰিয়ালটোৰ নিঃসহায় অৱস্থাটোৰ বিষয়েহে মাথোন আপোনাৰ ভিতৰৰ প্ৰকৃত মানুহটোক সকিয়াই থৈ গলোঁ। ভাবি চাই যি ভাল দেখে কৰিব।

মোৰ কাণ-মূৰ ৰঙা পৰি গৈছিল। শান্তনুক তিৰস্কাৰ কৰি খেদি দিম বুলি ভাবিছিলোঁ। কিন্তু প্ৰয়োজন নহ'ল। কথা কেইষাৰ কোৱাৰ পিচত শান্তনু চলিহা আৰু একমুহূৰ্ত্তও মোৰ ওচৰত বোৱা নাছিল। মোৰ উত্তৰলৈ অকণো অপেক্ষা নকৰি আঁতৰি গ'ল।

মই শঙ্কিত হৈ পৰিছিলোঁ। মিঃ খান্না আৰু মোৰ মাজৰ গোপন চুক্তিটোৰ কথা শান্তনুৱে কেনেকৈ জানিলে ?

খং আৰু উত্তেজনাত মই গুমৰি উঠিছিলোঁ। কথাবোৰ ভাবি ভাবি উত্তেজিত হৈ পৰিছিলোঁ। নিজৰ ওপৰতে ধিক্কাৰ জন্মিল। খং উঠিছিল।

শান্তনু চলিহাই মোৰ ঘৰত মোক চৰিয়াই থৈ গ'ল। অথচ এবাৰো মই প্ৰতিবাদ কৰিব নোৱাৰিলোঁ। এষাৰ কথাও কব নোৱাৰিলোঁ। শান্তনু চলিহাই প্ৰমাণ কৰি থৈ গ'ল ঃ মই চোৰ। জাতীয় স্বাৰ্থ-বিৰোধী চৰকাৰী বিষয়া। আৰু মোক দোষী সাব্যস্ত

কৰি কোৱা কথাবোৰ যে সঁচা সেইটোকে মই প্ৰতিপন্ন কৰিছোঁ। মোৰ মৌনতাৰে।

এবোজা শুকান খৰিত পেট্ৰ'ল ঢালি জ্বলোৱা জুইৰ দৰে মই জ্বলি উঠিছিলোঁ। ক্ষোভত, অপমানত; আত্মশ্লাঘাত।

তাৎকৈ শান্তনুৱে মোক সঁচাসঁচিকৈ চৰিয়াই থৈ যোৱা হলেই বেছি ভাল আছিল। বেছি ভাল পালোঁহেঁতেন।

মই ভয় খাইছিলোঁ।

কাৰণঃ মই যে প্ৰলোভিত সেই কথা প্ৰমাণ কৰিবলৈ শান্তনুৱে যে চেষ্টা নকৰিব তাৰেই বা নিশ্চয়তা ক'ত? আৰু যদি চৰকাৰে মোক বিশ্বাস নকৰে? বিশ্বাস কৰে শান্তনুক? তেতিয়া?

বদ্ধমূল ধাৰণা এটা মোৰ মনত শিপাই উঠিল। শান্তনু চলিহাই নিশ্চয় নবনীতাক ভাল পাইছিল। নহলে তাইৰ হকে ইমান ওকালতি কৰাৰ অৰ্থ কি? খান্নাই যাচি দিয়া ইমান দামী চাকৰি এটা প্ৰত্যাখান কৰিব কিয়। সঁচাকৈয়ে জানো সমূহীয় স্বাৰ্থৰ খাতিৰতে উজ্জ্বল ভৱিষ্যতৰ সম্ভৱনাপূৰ্ণ চাকৰি এটাৰ সুযোগ লোৱাৰ পৰা আঁতৰি থাকিল? আদৰ্শক সন্মান দেখুৱাই নিজ স্বাৰ্থক আওহেলা কৰিব পৰা শান্তনুৰ দৰে ডেকা আমাৰ সমাজত সঁচাকৈয়ে জানো আছে?

যদি সেয়ে হয় তেন্তে মোৰ এই অন্যায়ৰ পোতক নোতোলাকৈ চলিহ কেতিয়াও ক্ষান্ত নাথাকে।

আৰু নবনীতা?

নবনীতাৰ মাক-দেউতাকক ক্ষতিপূৰণ হিচাবে কেই হাজাৰমান টকা যাচিলেই জানো মই ৰক্ষা পাম? বিপদমুক্ত হব পাৰিম? ইয়াৰ মাজত আৰু কোনো নতুন অভিসন্ধি নাইতো? টোপ গিলি মই যে মিছা ৰিপ'ট দাখিল কৰিছোঁ সেই বিষয়ে নিশ্চিত হবলৈ শান্তনুৱে যে ষড়যন্ত্ৰৰ জাল পেলোৱা নাই তাৰেইবা নিশ্চয়তা কি?

মানুহৰ জীৱনলৈ বিপদ যে অকলে নাহে সেই কথা ভেতিয়াহে মই ভালদৰে উপলব্ধি কৰিছিলোঁ। বিপদৰ সুযোগ লৈ শত্ৰুৱে আমাক শ'লঠেকত পেলাবলৈ যত্ন কৰে। প্ৰতিশোধ পূৰায়। প্ৰতিশোধৰ বলি হৈ মৃত্যুৰ যুপকাষ্ঠত মই ডিঙি পাতি দিছিলোঁ।।

আৰু সেয়া নবনীতাই মোৰ ওপৰত লোৱা নিষ্ঠুৰ প্ৰতিশোধ।

নবনীতাই প্ৰতিশোধ লৈছিল।

## ॥ তিনি ॥

আনৰ কুৎসা ৰটনা কৰি আনন্দ পোৱা লোক এদল প্ৰত্যেক সমাজত আছে; থাকে। মোৰ বিৰুদ্ধেও এদিন অপপ্ৰচাৰ আৰম্ভ হ'ল।

মই কিন্তু তালৈ ভ্ৰূক্ষেপ কৰা নাছিলোঁ।

কাৰণ মই জানো: মোৰ বিৰুদ্ধে প্ৰচাৰ কৰা কথাযাৰ সঁচা নহয়। মিছা। মানুহে কোৱাৰ দৰে মই মগজৰ ভাৰসাম্য হেৰুৱাই অসুস্থ হৈ পৰা নাছিলোঁ। মোৰ সম্পূৰ্ণ বিশ্বাস আছিল: মই সুস্থ। কিন্তু চকুচৰহাসকলে মোৰ বিৰুদ্ধে কৰা অপপ্ৰচাৰটোকে চৰকাৰে হয়তো সঁচা বুলি বিশ্বাস কৰিছিল।

আৰু শান্তনু?

শান্তনুৰ প্ৰতি মই কৃতজ্ঞ হৈ পৰিছিলোঁ। কাৰণ: খান্না আৰু মোৰ গোপন চুক্তিটোৰ কথা বেচেৰাই কাৰো আগত প্ৰকাশ কৰা নাছিল। সেই বিষয়ে শান্তনুৰ বাহিৰে আন কেৱে গম পাইছিল বুলি মই প্ৰমাণ পোৱা নাছিলোঁ। নহলে আনৰ কুৎসা ৰটি আত্মতৃপ্তি লাভ কৰা লোকসকলে তিলটোকে তাল কৰি প্ৰচাৰ কৰি ফুৰিলেহেঁতেন।

বাইজৰ বহুতৰে ধাৰণা: মই হেনো চেৰা বলিয়া। সম্পূৰ্ণৰূপে উন্মাদ হোৱাৰ বাটত এয়া মোৰ প্ৰথম পদক্ষেপ। মোৰ কাৰ্য্যকলাপৰ পৰা বলিয়ালিৰ প্ৰথম অৱস্থাটোৰ বিষয়ে হেনো তেওঁলোকে ইতিমধ্যে

গম পাইছেই। এই বিষয়ে চৰকাৰকো বোধহয় কোনোবাই জনাইছিল।

বোধহয় নহয়। জনোৱাটোৱে সঁচা। নহলে অনুসন্ধানৰ কাৰণে চৰকাৰে ডাক্তৰ দুবৰাক কেতিয়াও মোৰ ওচৰলৈ নপঠিয়ালেহেঁতেন।

এসময়ৰ মোৰ অধ্যাপক দুবৰা বৰ্ত্তমানে চিকিৎসা বিভাগৰ যুটীয়া সচিব। তেখেত মোৰ শিক্ষাগুৰু আছিল। আৰু মই আছিলোঁ তেখেতৰ প্ৰিয় ছাত্ৰ। সেই কাৰণেই ৰাইজৰ অভিযোগটোৰ কথা তেখেতে মোক কৈছিল। বহুত কিবাকিবি উপদেশ দিছিল।

ঃ বুইছা অক্ষুৰ, ৰাইজে লিখিতভাৱে দাখিল কৰা অভিযোগটোৰ বিষয়ে সঁচা-মিছাৰ প্ৰমাণ লবলৈ চৰকাৰে মোক ইয়ালৈ পঠিয়াইছে। চৰকাৰক মই কি কম সেই বিষয়ে তুমি নাজানিলেও হব। কিন্তু ৰাইজৰ অভিযোগটো যে সম্পূৰ্ণ মিছা তেনে নহয়। তুমি নিজেই এজন সুদক্ষ চিকিৎসক। মোতকৈ তোমাৰ বিষয়ে তুমিয়েই বেছি জানা। বুজা। কিন্তু মই যি বুজিছোঁঃ ৰাতি তোমাৰ ভাল টোপনি বোধহয় নহয়। কিবা গধুৰ চিন্তাই তোমাক জৰ্জ্জৰিত কৰি তুলিছে। এই চিন্তাৰ পৰা অব্যাহতি পোৱাৰ উপায় কি সেই বিষয়ে মই নতুনকৈ কোৱাৰ প্ৰয়োজন বোধহয় নহব।

পিতৃৰ দৰে উপদেশ দি ডাক্তৰ দুবৰা খিলঙলৈ উভতি যোৱাৰ পিচত মই তেখেতৰ কথাবোৰ আকৌ এবাৰ ভাবি চাইছিলোঁ। তেখেতে মিছা কোৱা নাছিল। দুবৰাৰ অনুমানটোৱে সঁচা।

এদিন দুদিন নহয়। সম্পূৰ্ণ তিনিমাহ মই শান্তিৰে শুব পৰা নাছিলো। নিশ্চিন্ত হৈ টোপনি যোৱাৰ উপায় নাছিল। প্ৰত্যেক নিশাতে মোৰ টোপনি ভাঙি গৈছে। ব্যাঘাত ঘটিছে। ৰাতি যাতে ভাল টোপনি হয় তাৰ বাবে ওৰে দিনটো কঠোৰ পৰিশ্ৰম কৰোঁ। কামৰ পৰা আজৰি পালেই মাইলৰ পিচত মাইল খোজ কাঢ়ো।

পাহাৰ বগাওঁ। বেড্‌মিণ্টন অথবা টেনিচ খেলোঁ। তথাপি ৰাতি মই শান্তিৰে শুব নোৱাৰোঁ। ভাল টোপনি নহয়।

নবনীতাৰ মাক-দেউতাকক ক্ষতিপূৰণ দিবলৈ শান্তনুৱে অনুৰোধ কৰাৰ পিচদিনা ৰাতিৰ ঘটনা।

ৰাতি তেতিয়া কেইটা বাজিছিল নাজানো।

হঠাৎ মোৰ টোপনি ভাঙি গৈছিল। কাৰোবাৰ তপত নিশ্বাস এটা বৈ আহি মোৰ নাকে-মুখে লাগিল। কোনোবা এজন মোৰ বিছনাখনৰ পৰা নামি লাহে লাহে যেন আঁতৰি গ'ল।

প্ৰথম দুনিশা ভাবিছিলোঁ সেয়া মোৰ ভ্ৰম। কিন্তু তৃতীয় নিশা নিজকে প্ৰত্যয় নিয়াব নোৱাৰিলোঁ। মোৰ ওচৰলৈ সঁচাকৈয়ে কোনোবা এজন যেন আহিছিল। এই মাত্ৰ আঁতৰি গ'ল। কিন্তু কাকো দেখা নাই। কাৰো ছায়ামূৰ্ত্তিও মোৰ চকুত পৰা নাই। কিন্তু কোনোবা এজনৰ অস্তিত্বৰ উমান পাইছোঁ। গালে-মুখে কাৰোবাৰ নিশ্বাসৰ তপত স্পৰ্শ মই অনুভৱ কৰিছোঁ।

চতুৰ্থ নিশা।

মোৰ অনুমানটো সঁচা নে ভ্ৰম সেই কথাৰ সত্যতা প্ৰমাণ কৰিবলৈ প্ৰস্তুত হৈ ৰলোঁ। গভীৰ উৎকণ্ঠাৰে নিৰ্দিষ্ট মুহূৰ্ত্তটোলৈ অপেক্ষা কৰিছো। সময় বাগৰি গৈছিল। তাৰ পিচত কেতিয়া মোৰ দুচকুৰ পতা দুটা জাপ খাই গৈছিল নাজানো।

সিদিনাও মোৰ টোপনি ভাঙি গৈছিল। সেইদিনাও অনুভৱ কৰিছিলোঁ কোনোবা এজন সঁচাকৈয়ে যেন মোৰ ওচৰলৈ আহিছিল। এইমাত্ৰ আঁতৰি গ'ল। লৰালৰিকৈ বেড্‌ চুইচটো টিপি দিলোঁ। লাইটৰ উজ্জ্বল পোহৰত কোঠাটো পোহৰ হৈ পৰিল। কিন্তু কোনো নাই। কাৰো অস্তিত্ব মই আবিষ্কাৰ কৰিব নোৱাৰিলোঁ অথচ কোনোবা এজনৰ নিশ্বাসৰ ঢউ আহি মোৰ নাকে-মুখে লাগিছে।

মনটোৱে খুচিয়াইছিল: কাৰোবাৰ লগত এই বিষয়ে মই

আলোচনা কৰা উচিত। কিন্তু কাৰ লগত? কোনে মোৰ কথা বিশ্বাস কৰিব? এয়া কেনেকৈ সম্ভৱ হব পাৰে?

উপহাস আৰু উপলুঙাৰ পাত্ৰ হোৱাৰ ভয়ত কথাষাৰ মই কাকো কব নোৱাৰিলোঁ। কাৰো লগত আলোচনা কৰাৰ সাহস নহ'ল।

এনেকৈয়ে নিশাৰ পিচত নিশাজুৰি মোৰ ওপৰত আৰম্ভ হ'ল মানসিক অত্যাচাৰ। প্ৰত্যেক নিশাই মোৰ টোপনি গৈছিল। টোপনি ভাঙি যোৱাৰ পিচত হেজাৰ চেষ্টা কৰিও মই শুব পৰা নাছিলোঁ। উজাগৰী নিশাবোৰত উদ্‌বিগ্নতা আৰু চিন্তাই মোক দুৰ্ব্বল কৰি পেলাইছিল।

ঃ কাৰ এই নিশ্বাস? কোন এই অশৰীৰী আত্মা? চিকিৎসা বিজ্ঞানৰ ছাত্ৰ নহৈ মই দৰ্শনৰ ছাত্ৰ হোৱা হলেই বেছি ভাল আছিল নেকি?

জীৱন আৰু মৃত্যুৰ বিষয়ে আলোচনা কৰা হিন্দু দৰ্শনৰ পুথি দুখন এখনকৈ আহি মোৰ টেবুল ভৰি পৰিল। গীতাৰ অসমীয়া অনুবাদৰ পৰা আৰম্ভ কৰি 'মৃত্যুৰ পৰ পাৰে', 'মৃত্যুৰ পিচত কি?', 'মৃত্যুৰ পিচত মানৱাত্মাৰ বিচাৰ' আদি বিভিন্ন কিতাপে টেবুল ঠাহ্ খাই পৰিল।

অৱশেষত সেই প্ৰশ্নৰ উত্তৰ মই এদিন পাইছিলোঁ। সেয়া আন কোনো নহয়। নবনীতা। নবনীতাৰ অশৰীৰী আত্মা। অশান্ত, অতৃপ্ত।

আন এদিন ৰাতি। নবনীতা মোৰ ওচৰলৈ আহিছিল।

কৈছিল ঃ আপুনি মোক কিয় হত্যা কৰিলে ডাক্তৰ? মোক হত্যা নকৰা হলেওতো আপোনাৰ কোনো লোকচান নহলেহেঁতেন। জানে ডাক্তৰ—আপুনি অকল মোকেই হত্যা কৰা নাই। আপোনাৰ কলমৰ আঁচোৰে মোৰ দৰে আৰু বহুতো নবনীতাক হত্যা কৰিছে। সিহঁতৰ চকুপানী অকল শাস্তুনুবোৰেই মচি দিব নোৱাৰে।

তাৰ পিচ মুহূৰ্ত্তেতে মই সাৰ পাইছিলোঁ। খকমককৈ শোৱাৰ পৰা উঠি বহিলোঁ। বেড্‌ সুইচ্‌টো টিপি দিলোঁ। কিন্তু নবনীতা নাই। কোনো মানুহ মোৰ ওচৰত নাছিল। দিনৰ পোহৰত দেখা কোঠাটো লাইটৰ পোহৰত একেদৰেই জিলিকি উঠিল।

এটা দুটা নহয়। বহুত ৰাতি। কেইবাটাও নিশা। প্ৰত্যেক নিশাই এন্ধাৰৰ আঁৰ লৈ চকুৰ দুপতা জাপ খোৱাৰ লগে লগে নবনীতা মোৰ ওচৰলৈ আহিছিল। একেটা ভঙ্গীত সেই একেখিনি কথা কৈ মুদ খোৱা চকু দুটা মেল খোৱাৰ লগে লগে তাই আঁতৰি গৈছিল।

মই আচৰিত হৈছিলোঁ।

কিয়নো সপোনত নবনীতাক লগ পোৱাৰ দিনৰে পৰা কাৰো নিশ্বাসৰ স্পৰ্শ মই অনুভৱ কৰা নাই। কোনো মানুহ মোৰ ওচৰলৈ অহা বুলি অনুমান হোৱা নাই।

অপ্ৰকাশিত বেদনাই মন খুলি খুলি খায়। প্ৰকাশ কৰিব নোৱাৰা চিন্তাই দেহ-মন জৰ্জ্জৰিত কৰি তোলে। ৰুগীয়া কৰে। ৰাতিৰ পিচত ৰাতি টোপনি ক্ষতি কৰি মই কিজানি খিংখিঙীয়া হৈ পৰিছিলোঁ। অকণমান কথাতে মোৰ খং উঠিছিল। প্ৰথম অৱস্থাৰ দৰে কাম কৰাৰ ধৈৰ্য্য আৰু আগ্ৰহ মই হেৰুৱাই পেলাইছিলোঁ। সেই কাৰণেই হয়তো কোনোবাই মোৰ বিৰুদ্ধে চৰকাৰলৈ লিখিছিল।

নিজে নজনাকৈয়ে মই অসুস্থ হৈ পৰিছিলোঁ। মোৰ চিকিৎসাৰ প্ৰয়োজন হৈ পৰিছিল। নহলে ডাঃ দুৱৰাই মোক তেনেদৰে উপদেশ দি নগলহেঁতেন।

অৱশ্যে সেই চিকিৎসা দৰৱ-পাতিৰে কৰা চিকিৎসা নহয়। সেই চিকিৎসাৰ বাবে প্ৰয়োজন কোনোবা এজন সঙ্গীৰ। আপোনজনৰ।

অকলশৰীয়া নিৰ্জ্জন কোৱাৰ্টাৰটোত মৰিশালীৰ নিস্তব্ধতা। কোনোৱা মেৰুৰ নিৰ্জ্জনতাৰ শীতলতা। সেই নিৰ্জ্জনতাৰ অৱসান

ঘটাবলৈ সঙ্গী এজনৰ প্ৰয়োজন বৰকৈ অনুভৱ কৰিছিলোঁ। মোৰ কোৱাৰ্টাৰটোলৈ যেন কোনোবা আহক। হাঁহি খিকিন্দালিৰে নিৰ্জন পৰিবেশটো আঁতৰাই পেলাওঁক। নীৰৱতাখিনি ধুই-মচি দিয়ক। মুখৰা পৰিবেশ এটাৰ সৃষ্টি কৰি তোলক। নহলে কোনোদিনেই মই শুব-নোৱাৰিম। মোৰ টোপনি নাহিব।

কিন্তু সেয়া কেনেকৈ সম্ভৱ হব পাৰে ?

কোনোবা নাৰ্ছ এজনীক মাতি আনিম নেকি ? কিন্তু কাক ? মাতিলেই বা আহিব কিয় ? হাস্পাতালখনত নাৰ্ছ মাথোন চাৰিজন। দুজনী সদায় হাস্পাতালত ব্যস্ত থাকিব লাগে। সন্ধিয়াৰ পৰা ৰাতিপুৱালৈকে বেমাৰীৰ লগতে ব্যস্ত হৈ থাকে। বাকী দুজনী থাকে নাৰ্ছ কোৱাৰ্টাৰত। নাৰ্ছ আৰু মোৰ কোৱাৰ্টাৰৰ মাজৰ দূৰত্বও তেনেই কম নহয়। আৰু দূৰ নোহোৱা হলেও মাতি অনা সম্ভৱ নহয়। কাৰণ সিহঁতে মোৰ চৰিত্ৰিক সন্দেহ কৰিব। প্ৰয়োজন হলে মোৰ বিৰুদ্ধে চৰকাৰক আকৌ গোচৰ দিব ঃ মই অকল উন্মাদেই নহয়। চৰিত্ৰহীনো। গাভৰু নাৰ্ছ কেইজনীৰ সৈতে মই ইয়াত ৰাসলীলা আৰম্ভ কৰিছোঁ।

সেই ধাৰণাটো সকলো মানুহৰে হোৱাটোৱে স্বাভাৱিক। তাৰ বাহিৰে এজন অবিবাহিত সুস্থ ডেকাৰ ওচৰত নিৰ্জন ৰাতি এজনী গাভৰুৰ কি প্ৰয়োজন থাকিব পাৰে ?

আনকি মই হোৱা হলেও সেই অশ্লীল ধাৰণাটোকে কৰিলোঁহেঁতেন।

কোনোবা এজনক মোৰ ওচৰত পোৱা হলে যে শান্তিৰে টোপনি যাব পাৰিলোঁহেঁতেন সেই বিষয়ে মই নিশ্চিন্ত হৈ পৰিছিলোঁ।

কেতিয়াবা কেতিয়াবা বন্ধু-বান্ধৱ দুজন এজন আহে। এৰাতি বা দুৰাতি থাকি আঁতৰি যায়। তেতিয়া মই শান্তিৰেই টোপনি যাব পাৰোঁ। টোপনি যাওঁ। টোপনিত কোনো ব্যাঘাত নহয়। সেইদিনা ৰাতি নৱনীতা আৰু মোৰ ওচৰলৈ নাহে। কিন্তু

বন্ধু-বান্ধৱবোৰ আঁৰতি গলেই আকৌ আৰম্ভ হয় সেই একে অত্যাচাৰ।

কিন্তু সঙ্গী বিচাৰিলেই সঙ্গী পোৱা নাযায়।

আমি ব্যস্ত জগতৰ ব্যস্ত মানুহ। নিজক লৈয়ে আমি চিৰব্যস্ত। তেনেস্থলত মোৰ দুৰ্য্যোগ নিশাৰ প্ৰহৰী হবলৈ কোন আহিব? কাৰ সময় আছে?

নবৌ আৰু মা।

মা আহিব পাৰিলেও নবৌ আহিব নোৱাৰে। তদুপৰি নবৌ অকলে অহাটো শোভনীয় নহয়। আমাৰ মনত পাপ নাথাকিলেও সকলোৰে ধাৰণা সুস্থ নহয়। কিবা এটা বেয়া কথা উলিয়াবলৈ সৰহ সময় নালাগে।

আৰু মা?

মা অহাতকৈ নহাই ভাল। নৈষ্ঠিক ব্ৰাহ্মণৰ দৰে ঘিহে বামুণ বামুণ ভাৱ: অমুকটো নুচুবি। তমুকটো নকৰিবি।

তেনেস্থলত মৰা মানুহ চুই আহি গা নোধোৱাকৈ ভাতৰ পাতত বহা পুতেকৰ লগত থাকি মাই জানো শান্তি পাব?

তদুপৰি কেনেবাকৈ মাই আচল কথাটো জানিবলৈ হলে মোৰ চাকৰি আৰু কৰাই নহব। পিচদিনাই টাপিটোপোলা বান্ধি ঘৰ পাৱ লাগিবগৈ।

সন্ধ্যাতৰালৈ মনত পৰিল।

ইচ্ছা কৰিলে নিশাতৰাক লগত লৈ বাইদেউজনী আহিব পাৰে। ঘৰত তেনে কোনো জঞ্জাল নাই। নিশাতৰাৰ হেনো মই থাকোঁতেই তেলনগৰীখন চোৱাৰ বৰ আগ্ৰহ। সেই কথাটো জনাই নিশাতৰাই মোলৈ কেবাখনো চিঠি লিখিছিল। বাইদেৱেও।

পিচদিনাখনেই বাইদেউলৈ চিঠি এখন লিখিলোঁ।

······কলেজ বন্ধ থাকোঁতেই নিশাতৰাক লগত লৈ কৈইদিনমানৰ কাৰণে দেখোন মোৰ ইয়ালৈ আহিব পাৰে। গুৱাহাটীৰ পৰা ৰাতিপুৱা

আসাম মেইলত আহিলে সন্ধিয়াৰ আগে আগে এইখিনি পাবহি। অহাৰ আগতে মোক তাঁৰ কৰি জনাব। মই ষ্টেচনত অপেক্ষা কৰি বৈ থাকিম।......

বাইদেউলৈ নিলিখা হলেও হ'লহেঁতেন। কিয়নো চিঠিখন, ডাকত দি অহাৰ অলপ পিচতেই নিশাতৰাৰ পৰা টেলিগ্ৰাম এখন পাইছিলোঁ।

নিশাতৰাই লিখিছিল ঃ আজিৰ আসাম মেইল গৈ সেইখিনি পোৱাৰ সময়ত আমালৈ ষ্টেচনত অপেক্ষা কৰিব।

টেলিগ্ৰামখন পাই আনন্দত মই অধীৰ হৈ পৰিছিলোঁ। আলপৈচান ধৰা লৰাটোক চিঞৰি কত কি কৰিব লাগিব বুজাই দিলোঁ। বৰা চাউলৰ জলপান ভালপোৱা নিশাতৰাৰ কাৰণে ক'ৰবাত বৰা চাউল কেইটামান পাই নেকি বিচাৰি আনিবলৈ কলোঁ।

গাড়ী আহি পাওঁতে প্ৰায়ে পলম হয় নিৰ্দ্দিষ্ট সময়ত কেতিয়াবাহে পায়হি। তথাপি নিৰ্দ্দিষ্ট সময়ৰ কেইমিনিটমান আগেয়ে মই ষ্টেচন পালোঁগৈ। মোৰ কোৱাৰ্টাৰৰ পৰা ষ্টেচনলৈ ভালেখিনি দূৰ। ছয়-সাত মাইলতকৈ বেছি হলেও কম নহয়। ওচৰৰ ষ্টেচনটোত মেইল ট্ৰেন নৰয়। পিচৰ ষ্টেচনটোতহে ৰয়। সেই কাৰণে হাস্পাতালৰ ইউনিচেফ গাড়ীখন লৈ ষ্টেচন ওলালোঁগৈ।

কিন্তু মনটো মোৰ সেমেকি পৰিল। ষ্টেচন মাষ্টাৰৰ কথাৰ পৰা বুজিলোঁ ঃ তেতিয়ালৈকে গাড়ীৰ কোন খবৰ নাই। আৰু কেতিয়াকৈ খবৰ পাব সেই বিষয়েও ষ্টেচন মাষ্টাৰ অনিশ্চিত। লামডিং আৰু চাপৰমুখৰ মাজত বানপানীয়ে টেলিগ্ৰাফৰ খুটা উটুৱাই নিয়াৰ ফলত গুৱাহাটীৰ পৰা এৰা ট্ৰেনৰ খবৰ পোৱাত যথেষ্ট অসুবিধা হৈছে।

কিন্তু নিশা এথাৰ বজাৰ আগতে ট্ৰেন আহি যে সেইখিনি নাপায় সেই বিষয়ে তেওঁ সুনিশ্চিত।

হতাশত সেমেকা মন এটা লৈ উভতি আহিলোঁ।

নিশা এঘাৰ বজাত যে গাড়ী আহি পাব তাৰেইবা নিশ্চয়তা ক'ত ? তথাপি ষ্টেচনলৈ মই যাবই লাগিব।

অসমৰ বানপানীয়ে অসমবাসীৰ জীৱন দুৰ্ব্বহ কৰি তুলিছে। প্ৰত্যেক বছৰেই হেজাৰ হেজাৰ গৰু-ম'হ মৰিছে। শই শই ঘৰবাৰী উটি গৈছে। লাখ লাখ টকাৰ সম্পত্তি নষ্ট হৈছে। বহুতৰে প্ৰাণ হানি হৈছে। অলেখ গৃহহাৰা লোকে চৰকাৰ আৰু সহানুভূতিশীল লোকৰ অনুগ্ৰহত জীয়াই থাকিবলগীয়া হৈছে। যোগাযোগ আৰু পৰিবহন ব্যৱস্থাত ব্যাঘাত ঘটিছে। ফলত প্ৰয়োজনীয় খাদ্যসামগ্ৰীৰ দাম উৰ্দ্ধমুখী হৈ পৰিছে। দুখীয়া দেশখন আৰু বেছি দুখীয়া হৈ গৈছে। তথাপি অসমত উন্নত ৰেল পথৰ সুব্যৱস্থা ন'হল।

কিবা এটা আক্ৰোশত মনটো বিক্ষিপ্ত হৈ পৰিল। কাৰোবাৰ ওপৰত খং উঠিল।

গধূলি।

বজাৰৰ পৰা ঘূৰি অহাৰ লগে লগে আৰম্ভ হৈছিল নেৰানেপেৰা বৰষুণ। ভাবিলোঁ ঃ সময় যথেষ্ট আছে। তেতিয়ালৈকে বৰষুণ কমিব। কিন্তু নকমিল। কমিব কমিব বুলি ৰৈ থাকোঁতেই নিশা চাৰে দহ বাজিল।

এবাৰ ভাবিছিলোঁ ঃ ষ্টেচনলৈ নেযায়েই নেকি ? এই বৰষুণত যোৱাৰ কোনো অৰ্থ নাই। ট্ৰেন যে এঘাৰ বজাত আহি পাব কি ঠিক ?

কিন্তু যদি আহে ?

নিশাতৰা আৰু বাইদেৱে ট্ৰেনৰ পৰা নামি মোক নেদেখি হুলস্থুল লগায় ?

যাবলৈ মন যোৱা নাছিল যদিও উপায় নাছিল। ড্ৰাইভাৰজনক সিমান ৰাতি আমনি কৰিবলৈ ভাল নালাগিল। সেই কাৰণে গাড়ীখন লৈ মই অকলে যাবলৈ থিৰাং কৰিলোঁ।

ষ্টেচন পাবলৈ আৰু এমাইলমান আছিল। তেনেতে চকুত

পৰিল দূৰত এটা নিষ্প্ৰভ পোহৰ। ঘন বৰষুণৰ কাৰণে যে ৰেল ইঞ্জিনৰ তীব্ৰ পোহৰটো তেনেদৰে নিষ্প্ৰভ হৈ পৰিছিল, বুজিছিলোঁ।

গাড়ীৰ গতিবেগ বঢ়াই ষ্টেচন পোৱাৰ লগে লগে ট্ৰেন আহি প্লেটফৰ্মত বৈছিল। গাড়িখন ৰাস্তাৰ দাঁতিত একলীয়াকৈ ৰখাই লৰালৰিকৈ মই নামি গলোঁ।

আগদিনাৰ দৰে ষ্টেচনত যাত্ৰীৰ ভীৰ একেবাৰে নাছিল। তেনেই সেৰেঙা। যাবলৈ অহা যাত্ৰী এজন নে দুজনহে মাথোন মোৰ চকুত পৰিল। ভাবিলোঁ বৰষুণৰ কাৰণে চাগে যাত্ৰীৰ ভিৰ নাই। নিৰ্দিষ্ট সময়ত গাড়ি আহি নোপোৱাটোও যাত্ৰী কম হোৱাৰ আন এটা কাৰণ হ'ব পাৰে।

কিন্তু নামিবলগীয়া যাত্ৰীৰ সংখ্যা ইমান কম হোৱাৰ কাৰণ কি বুজি নেপালোঁ। আনদিনা কমেও প্ৰায় ডেড়শ-দুশ যাত্ৰীয়ে এই ষ্টেচনটোত উঠা-নমা কৰে।

গাত মেৰিয়াই লোৱা পানীকোটটো ভালদৰে টানিটুনি লৈ চঞ্চল পদক্ষেপেৰে ট্ৰেনখনৰ ওচৰ পালোঁগৈ। সন্ধানী দৃষ্টিৰে এটাৰ পিচত আন এটা ডবা পৰীক্ষা কৰি ট্ৰেনখনৰ এমূৰৰপৰা আনটো মূৰ পালোঁগৈ। কিন্তু নিশাতৰা আৰু বাইদেউক বিচাৰি ফুৰা মোৰ সন্ধানী দৃষ্টিটোৱে কোনো এজনীকে আবিষ্কাৰ কৰিব নোৱাৰিলে।

মনটো সেমেকি পৰিছিল যদিও হতাশ হোৱা নাছিলোঁ। জানোচা মোৰ ভুল হৈছে? গাড়ীৰ ভিতৰত টাহ খাই অহা যাত্ৰীৰ মাজত মই সিহঁতক দেখা নাই? বিচাৰি উলিয়াব পৰা নাই? মই ভবাৰ দৰে উচ্চ শ্ৰেণীত নাহি কিজানি তৃতীয় শ্ৰেণীত আহিছে।

ধাৰাষাৰ বৰষুণজাকক আওকাণ কৰি এখন এখনকৈ প্ৰত্যেকখন খিৰিকীৰ মাজেৰে আকৌ এবাৰ দৃষ্টি বুলাই নিলোঁ। মহিলা যাত্ৰী দেখিলেই ভালদৰে জুমি জুমি চালোঁ।

কিন্তু ক'তা?

নিশাতৰাইত ভেষ্টে আছিল ? নে মোৰ অলক্ষিতে কোনোবা পিনে নামি প্লেটফৰ্মত ৰৈ আছেগৈ ?

দীঘল উকি এটা মাৰি ট্ৰেনখন ইতিমধ্যে লৰি উঠিছিল। গতি লৈছিল। তাৰ পিচত লাহে লাহে ষ্টেচনৰ সীমা চেৰাই আঁতৰি গৈছিল।

ৰবযুগজাকলৈ মোৰ ভ্ৰূক্ষেপেই নাছিল। ট্ৰেনখন আঁতৰি গ'লতহে গম পালোঁ : তিতি-বুৰি তেনেই জুকলি জুপুৰি হৈ পৰিছোঁ।

টিকেট ঘৰটোলৈ ঘূৰি আহি যাত্ৰীৰ কাৰণে আচুতীয়াকৈ ৰখা মজিয়াখনলৈ চালোঁ। আঁৰ-বেৰ নোহোৱা ইটাৰে গঁথা এখন মজিয়া জনশূন্য।

উদং ঘৰটোত পোহৰতকৈ এন্ধাৰেই আছিল বেছি। আয়নাৰ বাকচ এটাৰ ভিতৰত জ্বলি থকা কেৰাচিনৰ অকণমান এটা চাকি। চাকিটোৰ দুৰ্বল শিখাটোৱে চৌকাষৰ ঘন এন্ধাৰখিনিক যেন আৰু বেছি ঘনহে কৰি তুলিছিল।

হঠাতে ভৰিখন মোৰ পিছলি গৈছিল। চিটিকে পৰিব খুজি কথমপিহে থিয় হৈ ৰলোঁ। বুজিলোঁ : সেয়া উদভীয়া গৰুৰ গোবৰ ! যাত্ৰীয়ে য'তে ত'তে দলিয়াই পেলোৱা পকা আম অথবা কলৰ বাকলিত গছক পৰা হলে নিশ্চয় চিটিকি পৰিলোঁহেঁতেন।

'যাত্ৰী অপেক্ষা' কৰা ঘৰটোত কোনো নাছিল। আশা কৰাৰ দৰে কাকো নেদেখি মনৰ আটাইবোৰ উৎসাহ হেৰাই গ'ল। হতাশ হৈ পৰিলোঁ। আহোঁ বুলি নিশাতৰাইত নাহিল কিয় বাৰু ?

জীপৰ চাবিপাত পেণ্টৰ জেপত পিটিকি চালোঁ। আছে। গাড়ীখনৰ এচৰলৈ আগুৱাই যাব খুজি কিয় জানো ষ্টেচন মাষ্টাৰৰ কোঠাটোলৈ আগবাঢ়ি গৈছিলোঁ নাজানো। কোঠাটোৰ দুৱাৰ দলিত থিয় হৈয়ে মই চিঞৰি দিছিলোঁ : নিশাতৰা।

মোৰ চিঞৰটো শুনি ষ্টেচন মাষ্টাৰৰ সৈতে কথাপাতি থকা গাভৰুজনীয়ে মোলৈ উভতি চাইছিল। মই আগ্ৰহৰে আগবাঢ়ি গলোঁ। সেমেকা মনটো উৎফল্লিত হৈ পৰিল।

কিন্তু এখোজ আগবাঢ়ি গৈয়ে থমকি ৰলোঁ। মই আৰু আগবাঢ়িব নোৱাৰিলোঁ। লাজ অপমানত অপ্ৰস্তুত হৈ পৰিলোঁ। অপমানতকৈও লাজ পাইছিলোঁ বেছি।

ছিঃ সেইজনীতো নিশাতৰা নহয়।

অসাৱধানতাৰ কাৰণে নিজৰ গালত নিজে চৰ এটা মাৰিবলৈ মন গৈছিল।

কিন্তু গাভৰুজনী ইনান ধুনীয়া। ইমান মৰম লগা!

মানুহো জানো ইমান ধুনীয়া হব পাৰে? এইজনী জীয়া গাভৰু নে কোনোবা দেৱী প্ৰতিমা?

"ক্ষমা কৰিব। মই আপোনাক··মানে···মানে···।" শেষকৈ মই কব নোৱাৰিলোঁ।

গাভৰুজনীয়ে হাঁহিছিল।

হাঁহি নহয়; যেন মুকুতাৰে বন্ধোৱা দুপাৰি দাঁতেৰে সেয়া শৰতৰ পূৰ্ণিমাৰ পূৰ্ণ জোনহে। নেদেখা সৰগৰ কোনোবা এজনী পৰী।

ষ্টেচন মাষ্টাৰে মোক দেখি বঙালীতে কৈছিল: আপোনাৰ মেইল ট্ৰেন আজি কিয় আৰু তিনিদিন পিচতো আহি পাই নে নাপায় সন্দেহ।

তেতিয়াহে মোৰ সম্বিৎ ফিৰি আহিল।

গাভৰুজনীৰপৰা দৃষ্টি আঁতৰাই নি সুধিলোঁ: তাৰ মানে?

: পথ বন্ধ। নলবাৰী আৰু ৰঙিয়াৰ মাজত কেবা ঠাইতো বানপানীয়ে ৰেলবাট ছিঙি পেলাইছে। অসমমুখী আটাইবোৰ ট্ৰেন বৰপেটা ৰোডৰ পৰা আৰু আগবাঢ়িব পৰা নাই।

"তেন্তে এইমাত্ৰ যোৱা ট্ৰেনখন···

: ওহোঁ। মেইল ট্ৰেন নহয়। পেচেঞ্জাৰ। গুৱাহাটি আৰু তিনচুকীয়াৰ মাজত যোগাযোগ অক্ষুণ্ণ ৰক্ষাৰ এয়া বিকল্প ব্যৱস্থা।

উত্তৰ দিবলগীয়া একো নাছিল।

অহোঁ বুলি নহা কাৰণে বাইদেউহঁতৰ ওপৰত উঠা খংটো নিমিষতে কৰবালৈ কৰ্পূৰৰ দৰে উৰি গ'ল। ষ্টেশন মাষ্টাৰক ধন্যবাদ এটা জনাই

উভতি আহিবলৈ খোজ দাঙোতেই তেখেতে মোক অকণমান ৰবলৈ কৈছিল। মোলৈ আঙুলিয়াই গাভৰুজনীক কৈছিল: হি ইজ দা ৰাইট্ ম্যান টু হেল্প ইউ। আপুনি তেখেতক সোধক। জয়পুৰ ইয়াৰ পৰা কোনপিনে আৰু কিমান দূৰ মই নাজানো। অৱশ্যে ঠাইখনৰ নামটো শুনিছোঁ।

গাভৰুজনীৰ মুখখন উজ্জ্বল হৈ উঠিল।

"ওহ! গড্ চেভড মি" বুলি নিজকে কৈ মোৰ ওচৰলৈ আগবাঢ়ি আহিল। তাইৰ উজ্জ্বল চকু দুটাত ফুটি উটিল কিবা এটা সমস্যাৰ পৰা সকাহ পোৱাৰ দৃষ্টি। এটা মৰম কোমল চাৱনি।

গাভৰুজনীৰ সমস্যাটোৰ কথা শুনি মই চিন্তিত হৈ পৰিছিলোঁ।

ষ্টেচনৰ পৰা জয়পুৰলৈ যথেষ্ট দূৰ সিমান ৰাতি তালৈ যোৱাৰ কোনো ব্যৱস্থা নাই। তাতে আকৌ নেৰানেপেৰা বৰষুণ। মই জীপৰে থৈ আহিব পাৰিলেও সিমান ৰাতি গৈ কাক জগাম? চিনাকি-মানুহ কোনো নাই। গাভৰুজনীৰো; মোৰো। চৰকাৰৰ পৰা নিয়োগ-পত্ৰ এখন পাই নকৈ কামত ভৰ্ত্তি হবলৈ এয়া প্ৰথম আহিছে।

ষ্টেচনৰ ওচৰত গাভৰুজনীৰ চিনাজনা মানুহ কোনো নাছিল। 'ওৱেটিং ৰুম' বুলিবলৈ ওপৰত কেইচলামান টিং আঁৰি থোৱা আঁৰ-বেৰ নোহোৱা এটা মুকলি ঘৰ।

মোৰ কোৱাৰ্টাৰত থকাৰ কোনো অসুবিধা নাছিল। মোৰ আপত্তি নাই। কিন্তু ওচৰ-পাঁজৰৰ মানুহবোৰে বা কি ভাবে? চৰকাৰলৈ বা আকৌ কি লিখে?

মই নিৰুপায় হৈ পৰিছিলোঁ।

হঠাতে নাৰ্চ কোৱাৰ্টাৰটোৰ কথা মনত পৰিল। কলোঁ:

: চাওঁক চৰকাৰী কোৱাৰ্টাৰ এটাত মই অকলে থাকোঁ। এৰাতিৰ কাৰণে কিয় এসপ্তাহৰ কাৰণে থাকিলেও মোৰ কোনো আপত্তি নাছিল। কিন্তু আপুনি তেনেদৰে থাকিবলৈ ভাল পাব জানো?

"তেন্তে মই ক'ত থাকিম?"

গাভৰুজনীৰ প্ৰশ্নটোত ফুটি উঠিছিল এটা সমস্যাজড়িত কণ্ঠস্বৰ ।ঃমোৰ কোৱাৰ্টাৰটোৰ ওচৰতে নাৰ্চ কোৱাৰ্টাৰ এটা আছে। যদি বেয়া নাপায়···

"কোনো প্ৰয়োজন নাই। আপুনি ভবাৰ দৰে মই আপোনাক বিশ্বাস কৰিব নোৱাৰিলেও নিজৰ ওপৰত বিশ্বাস ৰখাৰ বিশ্বাসকণ মোৰ আছে। অৱশ্যে আপোনাৰ অসুবিধা হলে মই আমনি নকৰোঁ। প্লেটফৰ্ম্মতে ৰাতিৰ এই ঘণ্টা কেইটা মই কটাব পাৰিম।"

মোক শেষকৈ কোৱাৰ সুযোগ নিদি গাভৰুজনীয়ে কৈ উঠিছিল। তাইৰ মনৰ দৃঢ়তা দেখি নিজৰ দুৰ্ব্বলতাৰ কাৰণে মোৰ বৰ লাজ লাগিল। লৰালৰিকৈ কৈ উঠিলোঁ ঃ দ্যাটচ্ ও-কে। আপুনি ভাল নেপাব বুলিহে মই তেনেদৰে কৈছিলো।।

হ'ল্ডঅলেৰে মেৰুওৱা অকণমান বিছনা এখন আৰু এটা সৰু চুটকেচ। পিচফালে তুলি দি আমি গাড়ীত উঠি বহিলোঁ।

ওচৰাওচৰিকৈ বহা ছোৱালীজনীৰ তিতা গাৰ পৰা গোন্ধ এটা ভাঁহি আহি মোৰ নাকত লাগিল। এটা গাভৰু গোন্ধ।

ছোৱালীজনী তিতিছিল। ময়ো তিতিছিলোঁ।

বৰষুণজাক বন্ধ হোৱা নাছিল। কিন্তু টোপালবোৰ সৰু হৈ পৰিছিল। গাড়ী ষ্টাৰ্ট দিয়াৰ লগে লগে দূৰত কুকুৰ এটাই ভুকিছিল। এটা বিশৃঙ্খল আমনি লগা ভুকভুকনি।

আমাৰ কাৰো মুখত মাত নাই। ওৱাপৰ দুডালে বাৰে বাৰে উঠা নমা কৰি সম্মুখৰ আয়নাখনৰ পানী টোপালবোৰ মচি দিছিল।

মৌন হৈ তাই কি ভাবিছিল নাজানো।

মই ভাবিছিলোঁ ঃ এনিশা কিয় ওবে জীৱন তুমি মোৰ ওচৰত থাকিলেও মই বেয়া নাপাওঁ। হেজাৰ নিশা একেলগে থকাৰ পিচতো তোমাক আলহী ৰখাৰ হেঁপাহ কিজানি মোৰ নপলাব। তুমি মোৰ ওবে জীৱনৰ আলহী হৈ নাথাকা কিয়? তোমাক আলহী হিচাবে পোৱাটো মোৰ বাবে কম সৌভাগ্যৰ কথা নহয়। তুমি মোৰ ওচৰত থাকিলে পৃথিবীৰ একোকে মই ভয় নকৰোঁ।

॥ চাৰি ॥

সেই গাভৰুজনীক মই আকৌ এবাৰ লগ পাইছিলোঁ। বহুদিন পিচত। শ্বিলঙত।

সিদিনা মোৰ নিজৰ ওপৰতে ধিক্কাৰ জন্মিছিল। অনুশোচনাত মন ভৰি পৰিছিল। নামটো ইমান ধুনীয়া বুলি জনা হ'লে মই সিদিনাই তাইক সুধিলোঁহেঁতেন ঃ তোমাৰ নামটো কি সোণ ?

এদিন এনিশা একেলগে থকাৰ পিচতো মই তাইক নামটো সোধা নাছিলোঁ। নুসুধিলোঁ। কাৰণ ঃ মোৰ যদি স্বপ্ন ভঙ্গ হৈ যায় ?

ধুনীয়া গাভৰুজনীৰ নামটো যদি মই ভবাৰ দৰে ধুনীয়া নহয় ? সৰগৰ পৰী বুলি ভবা গাভৰুজনীৰ নামটো যদি আকাশীলতা, অপৰাজিতা অথবা অশ্রুকণা নহৈ পাহেশ্বৰী নতুবা ফুলেশ্বৰী হয় ? তেতিয়া মই কি কৰিম ? মনৰ সকলো কাব্যিক কল্পনা দেখোন মোৰ চুৰমাৰ হৈ যাব। থানবান হৈ পৰিব।

কুলীৰ মাত মিঠা। কোনো দিনে নেদেখা কুলীজনীৰ মাতটো আৰু বেছি মিঠা; আৰু বেছি সুন্দৰ।

তাইৰ নামটো নাজানিলেও মোৰ কোনো ক্ষতি নহয়। আপত্তি নাই। তথাপি মোৰ সজীৱ কল্পনাটো জীয়াই থাকক। মই ভবাটোৱে সঁচা হৈ ৰ'ক। ধুনীয়া ছোৱালীজনীৰ এটা ধুনীয়া নাম।

সেয়ে সিদিনা তাইক নামটো মই সুধিব পৰা নাছিলোঁ।

দিন পুৰণি হৈছিল। কিন্তু নৱনীতাৰ অত্যাচাৰ বন্ধ হোৱা নাছিল। উজাগৰী নিশাবোৰে মোৰ দেহলৈ কঢ়িয়াই আনিছিল অলসতা, অস্থিৰতা আৰু বাৰ্দ্ধক্যৰ স্থবিৰতা। তেনেদৰে আৰু কিছুদিন উজাগৰে থাকিবলগীয়া হলে মই কিজানি সঁচাকৈয়ে বলিয়া হৈ গলোঁহেঁতেন।

ইতিমধ্যে মই প্ৰায় উদ্ভ্ৰান্তা হৈ পৰিছিলোঁ।

মোক মুক্তি লাগে। অব্যাহতি লাগে। শান্তি লাগে। মই টোপনি যাবলৈ বিচাৰোঁ। মই বিচাৰোঁ উজাগৰী নিশাৰ চট্ফটনিৰ অৱসান।

কিন্তু মুক্তিৰ বাট ক'ত ? উপায় কি ?

ক'ৰবালৈ স্থানান্তৰ হৈ যোৱাৰ বাহিৰে আন কোনো উপায় মোৰ নাছিল।

কিন্তু ক'লৈ ?

মোৰ প্ৰয়োজন মতেই চৰকাৰে জানো মোক স্থানান্তৰ কৰিব ? স্থানান্তৰ হৈ আঁতৰি গলেই জানো এই অত্যাচাৰৰ পৰা ৰক্ষা পাম ? যন্ত্ৰণাৰ অৱসান হব ? নৱনীতাজনী যদি মোৰ পিচে পিচে যায় ?

নিশাতৰাইঁত নাহিল। আহিব নোৱাৰাৰ কাৰণ জনাই চিঠি দিছিল। এনিশাৰ কাৰণে আলহী হোৱা ধুনীয়া গাভৰুজনী পিচদিনা আঁতৰি গৈছিল।

তাৰ কেই সপ্তাহমান পিচত।

চৰকাৰৰ পৰা আশা নকৰা আদেশ-পত্ৰ এখন পাই মই উত্ৰাৱল হৈ পৰিছিলোঁ। আনন্দত। অসহনীয় যন্ত্ৰণা এটাৰ পৰা অব্যাহতি পোৱাৰ আশাত। সেয়া অধ্যাপক দুৱৰাৰ অনুগ্ৰহ বুলি মোৰ ধাৰণা হৈছিল। নতুন কৰ্ম্মস্থল শিলঙলৈ আহিবলৈ মই উদগ্ৰীৱ হৈ ৰলোঁ।

কিন্তু মোৰ দায়িত্ব গ্ৰহণ কৰি মোক অজৰাই দিয়াৰ কাৰণে আহিবলগীয়া ডাঃ নেওগ নহালৈকে মই বৈ থাকিবলগীয়া হৈছিল।

নেওগলৈ অপেক্ষা কৰি থাকোঁতেই স্থানান্তৰৰ আদেশ পোৱাৰ পিচতো আৰু এমাহ সময় পাৰ হৈ গ'ল।

অৱশেষত এদিনে টালিটোপোলা বান্ধি আহিবলৈ ওলালোঁ। সহকৰ্মী আৰু বন্ধু-বান্ধৱবোৰৰ পৰা বিদায় লৈ কোৱাৰ্টাৰটোত শেষবাৰৰ কাৰণে সোমোৱাৰ লগে লগে অস্ফুট স্বৰত মই কৈ উঠিছিলো। মই আজি যাম গৈ নবনীতা। তোমাক আৰু কোনোদিনেই লগ নাপাওঁ।

কিয় জানো মনটো সেমেকি পৰিল। অজ্ঞাতেই দুচকুৰে বৈ আহিল দুটোপাল অশ্ৰুৰেখা। ভাব হল ঃ কোৱাৰ্টাৰটো যেন মোৰ বৰ মৰমৰ। নবনীতা স্বপ্নৰ ছায়ামূৰ্ত্তি নহয়। বাস্তৱৰ এজনী সশৰীৰী জীয়া গাভৰু। মোৰ বৰ আদৰৰ; চেনেহৰ। মৰমৰ। তাইক তেনেদৰে অকলে এৰি থৈ আহিবলৈ মোৰ বৰ বেয়া লাগিল।

পাচনি ল'ৰাটোৰে সৈতে কোঠাটোৰ আটাইবোৰ বস্ত্ৰ-বস্তু সামৰি লৈ যাবলৈ ওলাইছোঁ। আনকি বেৰৰ কেলেণ্ডাৰখনো এৰি থৈ অহা নাই। কেৱল এৰি থৈ আহিলোঁ নবনীতাক।

দিন পুৰণি হৈছিল।

বছৰ বাগৰি যোৱাৰ লগে লগে শ্বিলঙত পুৰণি হৈ পৰিছিলো। কিন্তু শ্বিলংখন পুৰণি হোৱা নাছিল।

শ্বিলং চিৰযৌৱনা। চিৰসেউজীয়া। শ্বিলঙৰ বুকুত অলেখ আশাই পোখা মেলে। হেজাৰ বাসনা বন্ধ্যা হৈ যায়। শ্বিলং ৰূপকথাৰ ৰূপকুঁৱৰীৰ ৰূপপুৰী। সোণ-ৰূপৰ যাদুকৰী কাঠিৰ স্পৰ্শেৰে কোনোৱা যাদুকৰে কাৰোবাৰ জীৱনলৈ সৌভাগ্যৰ জোঁৱাৰ আনে, আৰু কাৰোবালৈ আনে মৃত্যুৰ অভিশাপ।

এটা-দুটাকৈ কেবাটাও বছৰৰ অভিজ্ঞতাই মন তিতা-কেঁহা লগাইছিল। তথাপি শ্বিলঙৰ মোহত আন বহুতৰ দৰে ময়ো কোঙা

হৈ পৰিছিলোঁ। অলপ ভেউকাবে খিলঙৰ সীমা পাৰ হৈ যোৱাৰ শক্তি মোৰ নাছিল।

সমগ্ৰ হাস্পাতালখনত অকল ময়েই চিকিৎসক নহয়। আমি কেবাজনে একেলগে কাম কৰিছোঁ। প্ৰত্যেকৰে একো একোটা সুকীয়া বিভাগ। কিন্তু আনবোৰ চিকিৎসকতকৈ মোৰ ওচৰলৈ অহা ৰোগীৰ সংখ্যা সবহ বুলি মোৰ অনুমান হৈছিল। বিভিন্ন বিষয়ে পৰামৰ্শ বিচাৰি সাধাৰণতে প্ৰায়বোৰেই মোৰ ওচৰলৈ আহে। কামৰ হেঁচাত মই কেতিয়াবা অধৈৰ্য্য হৈ যাওঁ। হাস্পাতালখনৰ উপৰিও মন্ত্ৰী-উপমন্ত্ৰী, চৰকাৰৰ বিভিন্ন দপ্তৰৰ সচিব, যুটীয়া-সচিব, অধিকৰ্ত্তা, বিশেষ বিষয়াসকলৰ পৰিয়ালবৰ্গৰ কাৰোবাৰ অসুখ-বিসুখ হলে ময়েই দৌৰিবলগীয়া হয়। আনৰ জেওা মাৰোঁতে ভাত পানী খোৱাৰ সময়ো কেতিয়াবা কেতিয়াবা মোৰ নহয়গৈ। কামৰ হেঁচাত ভাগৰি পৰিলেও মই আমনি পোৱা নাছিলোঁ। ধাৰণা ঃ এয়া মোৰ জনপ্ৰিয়তা আৰু সুচিকিৎসাৰ লক্ষণ।

দিনটোত এশ এবুৰি 'ফোনকল' পাওঁ। সাধাৰণ কিছুমান কথাৰ কাৰণেও বহুতৰ সৈতে বহু সময় খৰচ কৰিবলগীয়া হয়। বৰ বিৰক্তি লাগে। কেতিয়াবা কেতিয়াবা কবলৈ মন যায় ঃ মৃত্যুৰ কাৰণে আপোনালোকৰ ইমান ভয় নে?

কিন্তু নকওঁ। মানুহক অসন্তুষ্ট কৰা—পৰামৰ্শ বিচাৰি অহাজনৰ মনত আঘাত দিয়া ডাক্তৰৰ ধৰ্ম্ম নহয়।

এদিন ফোন এটা পাইছিলোঁ। কোনোবা কঙ্কণ কাওতিয়ে কৰিছিল ঃ মই কেতিয়া আজৰি থাকোঁ? তেখেতৰ কাৰণে এঘণ্টামান সময় খৰচ কৰিব পাৰিম নে নাই? অসুখ সম্পৰ্কীয় নহয় যদিও তেনে এটা বিষয়ে মোৰ লগত আলোচনা কৰাৰ হেনো বিশেষ প্ৰয়োজন।

মই আচৰিত হৈছিলোঁ।

অসুখ নহয় অথচ তেনে বিষয়বে আলোচনা। এয়া আকৌ

কেনে ধৰণৰ কথা? সন্তান কামনা কৰা অথবা পৰিয়াল নিয়ন্ত্ৰণ সম্পৰ্কে আলোচনা কৰিব খোজা নাইতো?

কৈছিলোঁ: আপোনাৰ যেতিয়াই সুবিধা হয় তেতিয়াই মোক লগ ধৰিব পাৰে। কোন সময়ত মই আজৰি থাকিম কোৱা টান। তথাপি আপুনি আহিলে ব্যস্ততাৰ মাজতো অকণমান সময় উলিয়াই নিশ্চয় মই আপোনাৰ সৈতে কথা কোৱাৰ সুযোগ উলিয়াই লব পাৰিম।

তাৰ পিচত কঙ্কণ কাকতিৰ কথা মই পাহৰি গৈছিলোঁ।

কেইদিনমান পিচত আকৌ ফোন এটা পাইহে কঙ্কণ কাকতিলৈ মোৰ মনত পৰিল। সেইদিনাও আগৰ দৰেই উত্তৰ দি ফোনটো থৈ কামৰ মাজত ব্যস্ত হৈ পৰিছিলোঁ। ভাবিছিলোঁ: কাকতি দুই-এদিনতে আহি মোৰ ওচৰত ওলাব। তেখেতৰ সমস্যাটোৰ কথা মোক কব। পৰামৰ্শ কৰিব। উপদেশ বিচাৰিব।

কিন্তু কঙ্কণ কাকতি নাহিল। এদিন-দুদিনকৈ কেবা সপ্তাহো পাৰ হৈ গ'ল। পুৰণি হৈ যোৱা দিনবোৰত কাকতিৰ কথাটো মই আকৌ পাহৰি গলোঁ।

এদিন দুপৰীয়া। ফোনটো বাজি উঠিল। ওচৰতে থিয় হৈ থকা চিষ্টাৰজনীয়ে ফোনটো ধৰিছিল। কিবা এটা কাৰণত মই কোঠাটোৰ পৰা ওলাই যাব খুজিছিলোঁ। তেনেতে তাই চিঞৰি কৈ উঠিল: চাৰ! আপোনাৰ ফোন। কোনোবা কাকতিয়ে আপোনাক বিচাৰিছে।

ৰিচিভাৰটো কাণত লৈ বুজিলোঁ: সেয়া কঙ্কৰ কাকতি। সেই-দিনাও সেই একেটা কথা। মই কেতিয়া আজৰি থাকিম? এঘণ্টামান সময় তেখেতৰ কাৰণে খৰচ কৰিব পাৰিমনে নাই? ইত্যাদি।

মই বৰ বিৰক্তিবোধ কৰিছিলোঁ।

কি আপদখনে পালে? ইমানেই যদি প্ৰয়োজন তেন্তে আহিবলৈ কোৱা সত্বেও মোক লগ নধৰিলেছি কেলেই?

প্ৰায়কক্ষ সুৰতেই উত্তৰ দিছিলোঁ ঃ আপুনি ইচ্ছা কৰিলে এতিয়াও মোক লগ ধৰিব পাৰে। আপোনাৰ কাৰণে এঘণ্টা কিয় দুঘণ্টা সময় খৰচ কৰিবলৈকেও মোৰ কোনো আপত্তি নাই।···হয়, বৰ্ত্তমানে মই আজৰি হৈয়েই আছোঁ।

ফোনটো থৈ দিছিলোঁ।

আচলতে আজৰি মোৰ নাছিল। আজৰি হোৱা নাছিলোঁ। হাস্পাতালৰ বাহিৰত থাকি চিকিৎসা লবলৈ অহা ৰোগীবোৰক বিদায় দিয়াৰ পিচত 'ওৱাৰ্ড ভিজিট' কৰিবলৈ তেতিয়াও বাকী আছিল। কিন্তু ভৱিষ্যতলৈ যাতে কাকতিয়ে আৰু আমনি নকৰে তাৰ বাবে তেখেতলৈ অপেক্ষা কৰি ৰলোঁ।

খং আৰু বিৰক্তিত এটাৰ পিচত আন এটা চিগাৰেট হুপিছোঁ। শিলঙলৈ আহি আন একো শিকিব নোৱাৰিলোঁ। শিকা নহ'ল। শিকিলোঁ মাথোন চিগাৰেট হুপিবলৈ। অৱশ্যে 'ৰঙা ফিটাৰ ৰহস্য'ৰ বিষয়ে কিতাপ এখন লিখাৰ জোখাৰে অভিজ্ঞতা সঞ্চয় নকৰা নহয়। কিন্তু কিতাপ লিখিবলৈ মই সাহিত্যিক নহওঁ। শৰতৰ শেৱালিৰ তলত থিয় হৈও ডেটল স্পিৰিটৰ গোন্ধ পাওঁ। বুকুল ফুলৰ গোন্ধত ক্লৰ'ফৰ্ম্মৰ গোন্ধ।

কাকতিলৈ বৈ বৈ মোৰ আমনি লাগিল। এটা এটাকৈ কেবাটাও চিগাৰেট পুৰি শেষ কৰাৰ পিচতো কাকতি আহি পোৱা নাছিল। 'এতিয়াই গৈছোঁ' বুলি কৈ মিছাতে মোক আবদ্ধ কৰি ৰখা বাবে বৰ খং উঠিছিল।

সময়ৰ মূল্য বুজি নোপোৱা অচিন লোক এজনৰ বাবে কামত গাফিলতি কৰা কাৰণে মোৰ নিজকে অপৰাধী অপৰাধী যেন লাগিল। অনাহকত সময় নষ্ট কৰাৰ কোনো যুক্তি নেদেখি বহাৰ পৰা উঠি ওৱাৰ্ডলৈ যাম বুলি ভাবিছিলোঁ। ঠিক সেই সময়তে গাড়ী এখন আহি হাস্পাতালৰ সন্মুখত বৈছিল। তাৰ পিচত সুশ্ৰী ভদ্ৰলোক এজন গাড়ীৰ পৰা নামি মোৰ ওচৰলৈ আগবাঢ়ি আহিল।

মই থত্‌মত্‌ খাই থমকি ৰলোঁ। ককাইদেউৰ লগত একেলগে পঢ়া সেইজনেই কঙ্কণ কাকতি। কিন্তু তেখেতেই মোক লগ পাব খোজা কঙ্কণ কাকতি বুলি মোৰ বিশ্বাস নহ'ল। এইজন কাকতিক মই চিনি পাওঁ। তেখেতৰ কৰ্ম্মস্থল শ্বিলং নহয়—দিল্লী। অনাতাঁৰ কেন্দ্ৰত চাকৰি কৰা এইজন কাকতিয়ে নিশ্চয় মোলৈ ফোন কৰা নাছিল। কিয়নো কঙ্কণ কাকতিয়ে যোৱা হুমাহ আগৰে পৰা মোক লগ পাবলৈ বিচাৰি আছে। এইজন কাকতি কিবা প্ৰয়োজনত হয়তো শ্বিলঙলৈ আহিছে। মই ইয়াতে আছোঁ বুলি গম পাই লগ পাব খুজিছে। হয়তো ককাইদেউৰ কথা সুধিব। ঘৰৰ খা-খবৰ লব। নহলে হয়তোবা আন কিবা প্ৰয়োজনত হাস্পাতাললৈ আহিছে। মোক লগ পাবলৈ অহাই নাই।

"ককাইদেউ, আপুনি? দিল্লীৰ পৰা কেতিয়া আহিল?" সুধিছিলোঁ। কিন্তু কাকতিয়ে মোৰ কথাৰ উত্তৰ নিদি মোকহে প্ৰশ্ন কৰিছিল: মোৰ অকণমান পলম হৈ গ'ল নহয়? আহিবলৈ ওলাওতেই মন্ত্ৰীৰ ওচৰলৈ যাবলগীয়া হ'ল।

মন্ত্ৰীৰ লগত এখেতৰ সম্পৰ্ক কি? তেন্তে মোলৈ ফোন কৰা এইজনেই কঙ্কণ কাকতি নেকি? সন্দেহমুক্ত হবলৈ কলোঁ: মই একো বুজা নাই।

"কিয়, অলপ আগতে জানো আপুনি মোক মাতি পঠিওৱা নাছিল?"

যোৱা হুমাহ আগৰে পৰা যে মোক লগ পাবলৈ বিচাৰি আছিল এইজন কঙ্কণ কাকতিয়েই সেই বিষয়ে মই নিঃসন্দেহ হৈ পৰিছিলোঁ।

কঙ্কণ কাকতিয়ে কৈছিল: মই ভাবি থকাৰ দৰে তেখেত এতিয়া আৰু কেন্দ্ৰীয় চৰকাৰৰ চাকৰিয়াল নহয়। অনাতাঁৰ কেন্দ্ৰৰ চাকৰি ইস্তাফা দিয়াৰো হেনো ছয়-সাত বছৰ হৈ গ'ল। তেতিয়াৰ পৰাই অসম চৰকাৰৰ চাকৰি লৈ শ্বিলঙত আছে। চাকৰিটো বেয়া নহয়। দৰ্মহাৰ নিৰিখ ভাল।

ককাইদেউৰ সহপাঠী বন্ধু এজনৰ পৰা মই তেনে ব্যৱহাৰ আশা কৰা নাছিলোঁ। কাৰণ কঙ্কণ কাকতি ককাইদেউৰ অকল সহপাঠীয়েই নহয়। এজন অন্তৰঙ্গ বন্ধু। কলেজত থাকোঁতে কাকতিয়ে আমাৰ ঘৰখনক নিজৰ ঘৰ বুলিয়েই ভাবিছিল। সেই কাৰণেই কৈছিলোঁ: আপুনি মোক 'তুমি' বুলি কলেই বেছি ভাল পাম। আগেয়েওতো আপুনি মোক 'তুমি' বুলিয়েই মাতিছিল।

কাকতিয়ে হাঁহিছিল।

অৱশেষত আমি আচল কথালৈ আহিছিলোঁ।

তেতিয়াও মোৰ বহুত কাম বাকী আছিল। কিন্তু সময় আছিল তেনেই তাকৰ। সেই কাৰণে মোক লগ পাব খোজাৰ উদ্দেশ্যটোৰ বিষয়ে ময়ে তেখেতক সুধিছিলোঁ: কওঁকচোন ককাইদেউ, মোক কেলেই লগ পাবলৈ বিচৰিছিল?

এৰা, সেইটোয়ে প্ৰশ্ন। কিন্তু তুমি জানো মোক বিশ্বাস কৰিবা? কথাবোৰ শুনি তুমি মোক হাঁহি উৰুৱাই দিবা বুলিহে মোৰ ভয় হৈছে। বাৰু অঙ্কুৰ, তুমি ভূত-প্ৰেত বিশ্বাস কৰা নে? ভূত জানো সঁচাকৈয়ে আছে?

মোৰ হাঁহি উঠিব খুজিছিল। কিন্তু জোৰকৈয়ে চেপি ৰাখিলোঁ। হাস্পাতালত বহি ভূতৰ গল্প কৰিবলৈ মোৰ সময় নাই।

"ভূত-প্ৰেতৰ কথা এতিয়া বাদ দিয়ক। সেই বিষয়ে আন এদিন আলোচনা কৰিম। আপোনাৰ সমস্যাটোৰ কথা কওঁক।"

: সেইটোৱে মোৰ সমস্যা। যদি ভূত আছে তেন্তে মোৰ সমস্যাটোৰ বিষয়ে আলোচনা কৰাৰ আৰু কোনো প্ৰয়োজন নাই। যদি ভূত নাই বুলি কোৱা তেন্তে তোমাৰ পৰামৰ্শ······।

"কথাবোৰ বুজাই কওঁক। নহলে মই কেনেকৈ বুজিম?"

মই বৰ বিৰক্তি বোধ কৰিছিলোঁ। সেই কাৰণে তেখেতক কথাষাৰ শেষকৈ কোৱাৰ সুযোগ নিদি তেনেদৰে কৈছিলোঁ। আন হোৱা হলে চমকিয়াই খেদি পঠিয়ালোঁহেঁতেন। কিন্তু সকৰে

পৰা ককাইদেউৰ দৰে সন্মান কৰি অহা কাকতিক্‌ মই যেদি পঠিয়াব নোৱাৰিলোঁ।

ঃ মই বিয়া কৰোৱা কথাটো তুমি বোধহয় নাজানা।

"ওহোঁ। কিমান দিন হ'ল ?"

ঃ প্ৰায় দুবছৰ। কিন্তু বিয়া নকৰোৱা হলেই ভাল আছিল কিজানি।

"কিয় ?"

সুধিছিলোঁ। যদিও ভাবিছিলোঁঃ ছোৱালীজনী বোধহয় ভাল নহয়। হয়তোবা ৰুগীয়া। পাৰিবাৰিক জীৱনত কাকতি যে সুখী নহয় তেখেতৰ চিন্তাক্লিষ্ট মুখখন দেখিয়েই বুজিছিলোঁ।

ঃ চিগাৰেট এটা হুপোনে ?

সম্মুখত পৰি থকা চিগাৰেট পেকেটটো দেখুৱাই অনুমতি বিচাৰিলত বৰ লাজ লাগিল। পেকেটটো লুকুৱাই থোৱাৰ কথা মোৰ মনতেই পৰা নাছিল। লৰালৰিকৈ কৈ উঠিলোঁঃ খক। বৰুৱাই পেকেটটো ভুলতে এৰি থৈ গ'ল।

অৰ্থাৎ ঃ মই চিগাৰেট নাখাওঁ। এইটো মোৰ চিগাৰেটৰ পেকেট নহয়। আন কাৰোবাৰহে।

ফাঁকি দিয়াৰ যত্ন কৰিছিলোঁ। যদিও কাকতিয়ে বুজিছিলঃ মই চিগাৰেট খাওঁ। সেইটো মোৰেই চিগাৰেটৰ পেকেটে।

ঃ চিগাৰেট খোৱাটো বেয়া নহয়। মনৰ দুশ্চিন্তা পাতলায়।

মই অসহিষ্ণু হৈ পৰিছিলোঁ। ধৈৰ্য্যৰ বান্ধ সুলকি পৰিব খুজিছিল। মানুহজনৰ অকণো কাণ্ডজ্ঞান নাই নেকি ? চৰকাৰী দপ্তৰত বহি আড্ডা মাৰিব পাৰি। কিন্তু ডাক্তৰসকলৰ কাৰণ আড্ডা মৰা দূৰৰ কথা ভাত খাবলৈও সময় নাই। স্পষ্টকৈ কৈ দিওঁ নেকি ঃ আপুনি কি কব খুজিছিল কওঁক। নহলে যʼকগৈ। মোৰ কাম আছে।

কিন্তু নকলোঁ। কোনো-মতে ধৈৰ্য্য ধৰি ৰলোঁ।

চিগাৰেট এটা জ্বলাই ধোঁৱা এমোকোৰা মুখত লৈ কাকতিয়ে ওপৰলৈ চাই ৰ'ল।

"ককাইদেউ, আপোনাৰ সৈতে গধূলিলৈ কথা পাতিম। সন্ধিয়া আপোনাৰ ঘৰলৈ যাম। তেতিয়াই আপোনাৰ কথাটো শুনিম। আপুনি ঘৰৰ ঠিকনাটো মোক দি থৈ যাওক।"

ঃ দ্যাটচ্ ভেৰি গুড্। ভেৰি গুড্ আইডিয়া। কিন্তু তুমি যাবাতো ?

"কেলেই নাযাম ?"

"গুড্ গুড্। তুমি কিন্তু যাবাই। নোযোৱাকৈ নাথাকিবা হলে। তোমালৈ মই অপেক্ষা কৰি ৰৈ থাকিম। নে মই আহি লৈ যাব লাগিব তোমা।

"ঠিকনাটো পালে মই নিজেই গৈ ওলাম। আপুনি আহিব নালাগে। নবৌকো একেলগে চাই আহিম।"

কাগজ এখিলাত ঠিকনাটো লিখি দি কাকতি আঁতৰি গৈছিল। সকাহ পাই দীঘলকৈ উশাহ এটা ললোঁ।

॥ পাঁচ ॥

সন্ধিয়া বাহিৰৰ পৰা আহি ঘৰ সোমাওঁতে আঠ বাজিছিল।

গাটো বৰ অৱশ অৱশ লাগিছিল।

কাকতিৰ ঘৰলৈ যাম নে নাই ভাবিছিলোঁ। তেখেতে চাগে মোলৈ অপেক্ষা কৰি বৈ বৈ আমনি পাইছে অৱশ্যে সন্ধিয়া ফোন কৰি জনাইছিলোঁ ঃ মোৰ অকণমান পলম হব পাৰে। কেচ এটাৰ কাৰণে ব্যস্ত আছোঁ। ৰাতি বেছি হলে আজি আৰু নাযাওঁ।

কাকতি কিন্তু মান্তি হোৱা নাছিল। বাৰে বাৰে যাবলৈ কৈছিল। নিশা বাৰ বজালৈকে হেনো মোলৈ অপেক্ষা কৰিব।

ইমান আগ্ৰহেৰে বৈ থকাৰ পিচত মই গৈ নোলালে তেখেতে নিশ্চয় বেয়া পাব। পিচদিনা হাস্পাতাললৈ আহি কবহি—

ঃ কিহে, যাওঁ বুলি ফাঁকি দিলা কিয়? তেনেদৰে ফাঁকি নিদিয়া হলেওতো হ'লহেঁতেন।

তেতিয়া মই কি কম বাৰু?

অৱশ্যে ফাঁকি দিব খুজিলে অন্য কথা। ৰোগী এজনৰ লগত লাগি থাকোঁতে নিশা এক বাজি গ'ল বুলি কলেও তেখেতে মোক বিশ্বাস কৰিব।

কিন্তু সাধাৰণ কথা এটাৰ কাৰণে ফাঁকি দিবলৈ বেয়া লাগিল। এইকণ কথাতে যদি ফাঁকি দিওঁ তেন্তে আনবোৰ কথাত কি কৰিম? তেতিয়াচোন মানুহে মানুহক বিশ্বাস কৰিব নোৱাৰিব। কাৰো প্ৰতি

আস্থা ৰাখিব নোৱাৰিব। মই গুৰুত্ব নিদিলেও মোক লগ পোৱাটো কিজানি তেখেতৰ কাৰণে বিশেষ প্ৰয়োজন। গুৰুত্বপূৰ্ণ।

তদুপৰি কোনোবা এজন আহিব আহিব বুলি বৈ থকাৰ পিচত আশাভঙ্গ হবলগীয়া হলে বৰ বেয়া লাগে। মনটো বিক্ষিপ্ত হৈ উঠে। কিবা এটা অস্বস্তি অস্বতি লাগে।

যোৱাৰ সময় পাৰ হৈ যোৱা নাছিল। কিন্তু গলে জানো সোনকালে উভতি আহিব পাৰিম? কথাবোৰ পোনটোয়াকৈ কব মুখুজি কাকতিয়ে পেনাই থাকিব বুলিহে যাবলৈ মন যোৱা নাছিল।

নোযোৱাটো অন্যায় হব বুলি ভাবি অৱশেষত গলোঁ ওলাই। পুলিচ বজাৰত টেক্সি এখনৰ কাৰণে অপেক্ষা কৰিছিলোঁ।

"আপুনি অকণমান সাৱধানে থাকিব দেই। মই আপোনাক সাৱধান কৰি দিছোঁ।"

মোৰ সন্মুখত থমকি বৈ যোৱা ভদ্ৰলোকজনে আন কাৰোবাক সাৱধান কৰি দিয়া বুলি চাৰিওফালে ঘূৰি চালোঁ। ওচৰত কোনো নাই। আগন্তুকজনে যে মোকেই উদ্দেশ্য কৰি কৈছিল সেই বিষয়ে মই নিঃসন্দেহ হৈ পৰিলোঁ।

কোনোবা মদাহী নেকি? মদ খাই মাতলামি কৰিছে?

কিন্তু মানুহজনক দেখাত তেনে বুলি অনুমান নহয়।

ভমকৃকৈ জ্বলি উঠা জুই একুৰাৰ দৰে খণ্ডত মই উতলি উঠিছিলোঁ। কপালৰ শিৰ কেইডাল স্পষ্ট হৈ জিলিকি উঠিল। মোক সাৱধান কৰিবলৈ তেওঁ কোন? মইতো কাৰো একো অন্যায় কৰা নাই। চুলিকোচাত খামোচা মাৰি ধৰি চৰ এপাত সোধাবলৈ মন গৈছিল। কিন্তু অশোভনীয় পৰিস্থিতি এটা সৃষ্টি হোৱাৰ ভয়ত ক্ষান্ত হৈ ৰলোঁ। কিন্তু মানুহজনক ভালদৰে চিনি ৰখা মোৰ নিতান্ত প্ৰয়োজন। চহৰত গুণ্ডা-ডকাইতৰ অভাৱ নাই।

"মোক কিবা কব খুজিছে?"

এনে সুৰত কথাবাৰ শুধিলোঁ। যেন মই একো শুনাই নাই। সেই সুযোগে মানুহজনৰ ওচৰলৈ আৰু এখোজ আগুৱাই গলোঁ। ষ্ট্ৰীট লাইটৰ অনুজ্জ্বল পোহৰত মুখখন ভালদৰে চিনি পোৱা নাছিলোঁ। কিন্তু কেতিয়াবা ক'ৰবাত দেখিছোঁ।

হঠাৎ তীব্ৰ পোহৰ এটা আহি মানুহজনৰ মুখত পৰিল। ৰাজপথেৰে অহা-যোৱা কৰা গাড়ীৰ সন্ধানী লাইটৰ উজ্জ্বল তীব্ৰ পোহৰ। মই চক্ খাই উঠিলোঁ। সকলো খং, আক্ৰোশ নিমিষতে নাইকীয়া হৈ গ'ল। চিঞৰি উঠিলোঁ : চলিহা ? আপুনি ?

"ওঁ।"

ঃ এতিয়া আপুনি ক'ত ? কি কৰে ?

"মোৰ খবৰ লৈ কোনো লাভ নাই ডাক্তৰ। আপুনি য'কগৈ।"

ঃ হোৱাই – উণ্টচ্ ইউ কাম টু মি ওৱানচ্ ? সৌটোৱে মোৰ কোৱাৰ্টাৰ। এদিন আহিব। কথা পাতিম।

"আপুনি ক'ত থাকে মই জানো। কোৱাৰ্টাৰটোও চিনি পাওঁ। কিন্তু আমাৰ নিচিনা মানুহবোৰৰ পৰা আপোনালোকে আঁতৰে আঁতৰে থকাই ভাল।"

কেইবছৰমান আগৰ কথাবোৰলৈ মনত পৰিল। চলিহাই মোক তাচ্ছিল্য কৰা বুলি ধাৰণা হল। চলিহাৰ মনত আমি জাতীয় স্বাৰ্থবিৰোধী চৰকাৰী চাকৰিয়াল। টকাৰ বিনিময়ত আমি বিবেক বুদ্ধিৰ অপব্যৱহাৰ কৰোঁ। মিছা কথা কবলৈও কুণ্ঠাবোধ নকৰোঁ।

'নবনীতাৰ মাক-দেউতাকৰ কিবা খবৰ পাই নেকি ( ? )' বুলি সোধাৰ ইচ্ছা হৈছিল। কিন্তু মোক ক্ষুণ্ণ কৰি কোৱা কথাবোৰ শুনি মুহ্যুধিলোঁ। নবনীতাৰ মাক-দেউতাকৰ খবৰেৰে মোৰ পেট নভৰে। শান্তনু চলিহাই মোক মানুহ বুলি গণ্য নকৰিলে মই সৰু মানুহ হৈ নাযাওঁ।

"মোৰ পৰা আপুনি আঁতৰি থাকিবলৈ যত্ন কৰাই ভাল। আশা কৰোঁ কথাবোৰ আপোনাৰ মনত থাকিব। গুড্ নাইট।"

শান্তনু চলিহা আঁতৰি গৈছিল।

কালৈকে ভ্ৰূক্ষেপ নকৰি আঁতৰি যোৱা চলিহাৰ পিনে কিছু সময় চাই ৰলোঁ।

খং অপমানত জৰ্জৰিত হৈ দেহ আৰু মন মোৰ অৱশ হৈ পৰিছিল। মূৰটো আচন্দ্ৰাই কৰা যেন লাগিল।

প্ৰত্যেকবাৰেই চলিহাই মোক তুচ্চ-তাচ্ছিল্য কৰি কথা কৈছে। অপমান কৰিছে। কিন্তু কোনোদিনেই মই তাৰ প্ৰতিবাদ কৰিব পৰা নাই। চলিহাৰ সন্মুখত মই দুৰ্বল হৈ পৰিছোঁ। কাপুৰুষ হৈ গৈছোঁ। মিঃ খান্নাই মোক কাপুৰুষ কৰি তুলিছিল। শান্তনুৰ ওপৰত উঠা খংটো যেন শান্তনুৰ ওপৰত উঠা নাছিল। মোৰ নিজৰ ওপৰতহে উঠিছিল। মানুহ কাপুৰুষ হব নাপায়। ভীৰু হোৱা অনুচিত।

অন্যায়ৰ বোকাত লেটি লোৱা পুৰুষো কাপুৰুষ হৈ যায়। পৌৰষ তেতিয়া হেৰাই যায়।

মোক দেখিলে শান্তনুৰ হয়তো নবনীতালৈ মনত পৰে। প্ৰতি-হিংসাৰ মনোবৃত্তি জাগি উঠে। খান্নাৰ প্ৰলোভনত প্ৰলোভিত হৈ শান্তনুহঁতৰ মই অন্যায় কৰিছোঁ। দোষী খান্না জয়ী হ'ল। নিৰ্দ্দোষী নবনীতাক হত্যা কৰিও খান্না, খান্না হৈয়ে ৰল। পুলিচৰ গুলীত আহত হোৱাসকলে সুস্থ হৈ তেল কোম্পানীত চাকৰি ললে। কিন্তু নবনীতাৰ মাক-দেউতাকে একোকে নাপালে। পৃথিবীৰ বুকুৰ পৰা চিৰদিনলৈ হেৰাই যোৱা নবনীতা আৰু কোনো দিনেই ঘূৰি নাহিল। মোৰ সৈতে ভেটা-ভেটি হলেই সেই আটাইবোৰ কথা হয়তো শান্তনুৰ মনত পৰে। প্ৰতিহিংসাৰ জুয়ে দেই-পুৰি মাৰে। প্ৰতিশোধৰ ভাব জাগি উঠে।

কথাবোৰ ভাবি বেয়া লাগিল। শান্তনু সঁচাকৈয়ে ভাল মানুহ। নহলে ক্ষমাৰে মোৰ ওপৰত প্ৰতিশোধ লবলৈ যত্ন নকৰিলেহেঁতেন। নিজক চম্ভালি ৰাখিব নোৱাৰি কৈছিয়াব মোৰ অন্যায় কৰাৰ ভয়ত

মোক এনেদৰে সাৱধান কৰি দি নগলহৈছেন। মনৰ চিন্তাই শৰীৰ অৱশ কৰি তোলে। ভৰি দুখন যেন মোৰ বৰ নিশকতীয়া হৈ পৰিছিল। সেইহৰ ভাৱসাম্য ৰক্ষা কৰাৰ ক্ষমতাকণো হেৰুৱাই পেলাইছিলোঁ। মই স্থিৰেৰে ৰব নোৱাৰিলোঁ।

ঃ শান্তনু চলিহাই আজিকালি কি কৰে? আজিও সংগ্ৰাম পৰিষদৰ সক্ৰিয় সভ্য হৈয়ে আছে নেকি? ইয়াত ক'ৰবাত চাকৰি কৰে নে কোনোবা সজাতি দলৰ নেতৃত্ব লৈ শিলঙলৈ আহিছে? নবনীতাৰ স্মৃতি বুকুত বান্ধি আজিও আগৰ দৰেই উদভীয়া হৈয়ে আছে নেকি আৰু?

বাৰাণ্ডাৰ চকী এখনত বহি কথাবোৰ পাগুলি থাকোঁতে কিমান সময় উকলি গৈছিল কব নোৱাৰো। চাৰিওফালে অন্ধকাৰ। চিগাৰেট এটা হোপাৰ প্ৰয়োজন বৰকৈ অনুভৱ কৰিছিলোঁ। জেপৰ পৰা পেকেটটো উলিয়াই লওঁতেহে কাকতিলৈ মনত পৰিল। শান্তনুৰ কথাবোৰ ভাবি ভাবি ৰাজপথৰ পৰা কেতিয়া অজ্ঞাতে উভতি ঘৰ পাইছিলোঁ কব নোৱাৰোঁ।

হাতৰ ঘড়ীটোলৈ চালোঁ।

দহ বাজিবলৈ আৰু কেই মিনিটমানহে আছে।

সিমান ৰাতি কাকতিৰ ঘৰলৈ যোৱাৰ আৰু ইচ্ছা নহ'ল। যাবলৈ লাজ লাগিল।

লৰাটোৱে আহি ভাত দিব নেকি সুধিছিল।

তাক ঢমক দিছিলোঁ। আন দিনা এনে সময়ত বাহিৰৰ পৰা উভতি আহি ঘৰেই নাপাওঁ।

সময় বাগৰি গৈছিল।

গাড়ী এখন আহি মোৰ কোৱাৰ্টাৰটোৰ সন্মুখত ৰ'ল। হাস্পাতালৰ ৰেড ক্ৰছ ভ্যানখন নেকি চালোঁ। নহয়। আন কাৰোবাক বিচাৰি অহা বুলি মই আগৰ দৰেই বহি ৰলোঁ। মোৰ কোৱাৰ্টাৰটোৰ ওচৰতে আৰু কেবাটাও ষ্টাফ আৰু নাৰ্চ কোৱাৰ্টাৰ আছে। সেই

কোৱাৰ্টাৰবোৰলৈও মানুহ আহে। গাড়ী আহে। নাৰ্ছ কোৱাৰ্টাৰ-বোৰলৈ অহা মানুহ আৰু গাড়ীৰ সংখ্যাই সৰহ। আসন্ন প্ৰসৱা মাতৃৰ তত্বাৱধান লোৱা বেচৰকাৰী নাৰ্ছৰ সংখ্যা খিলঙত বৰ কম। সেই কাৰণে 'অফ ডিউটি'তথা নাৰ্ছ কেইজনীৰ কোনোবা এজনীক নিবলৈ শেষ নিশাও মানুহ আহে। আমি বিশেষ আপত্তি নকৰোঁ। দুপইচা সৰহকৈ পাবলৈ কোনে বাঞ্ছা নকৰে? হাস্পাতালৰ বাহিৰত কাৰোবাক চাবলৈ গলে আমি জানো 'ভিজিট' নলওঁ? 'নন্ প্ৰেক্টিচিং এলাৱেঞ্চ' পাওঁ বুলিয়েই জানো এৰি থৈ আহোঁ?

ক্ষীণ পোহৰত দেখিছিলোঁ। গাড়ীৰ ষ্টাৰ্ট বন্ধ কৰি কোনোবা দুজন মোৰ কোৱাৰ্টাৰটোৰ পিনে আগবাঢ়ি আহিছে। গাটো সৰাই মই আকৌ আগৰ দৰেই বহি ৰলোঁ। বাৰাণ্ডাৰ লাইটটো জ্বলাই দিম বুলি ভাবিও নিদিলোঁ। বহাৰ পৰা উঠিবলৈ এলাহ লাগিল।

মানুহ দুজন আগবাঢ়ি আহি মোৰ কোৱাৰ্টাৰটোৰ সন্মুখৰ চিৰি কেইটাৰ ওচৰতে থমকি ৰ'ল। আগন্তুক দুয়োজনেই পুৰুষ নহয়। এজন ভদ্ৰলোকৰ সৈতে এজনী ভদ্ৰ মহিলা। বোধহয় স্বামী-স্ত্ৰী।

লাইটটো জ্বলাই 'কাক বিচাৰিছে' বুলি সুধিব খুজি মই চমকি উঠিছিলোঁ। অজ্ঞাতেই 'তুমি' বুলি চিঞৰি উঠিব খুজি কোনোমতে সংযত হৈ ৰলোঁ। মাজ নিশা ভূত দেখা হলেও মই সিমান চক্ নাখালোঁহেঁতেন কিজানি।

নাম নজনা গাভৰুজনীক তেনেদৰে হঠাতে লগ পাম বুলি কল্পনাই কৰা নাছিলোঁ। মই কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰিছিলোঁ।

"যাম বুলি নগলা দেখোন।"

ব্যস্তভাবে কাকতি আৰু মহিলা গৰাকীক ভিতৰলৈ মাতি নি বহিবলৈ দিলোঁ।

ঃ মোৰ উপৰত আপোনাৰ ভীষণ খং উঠিছে নহয় ককাইদেউ? আপোনাৰ কথাকেই ভাবি আছিলোঁ। এইমাত্ৰ ঘৰ সোমাইছোঁহি।

ইমান ৰাতি যাম নে নেযাম তাকে ভাবি থাকোঁতেই আপোনালোক আহি পালেহি।

"এৰা,ময়ো সেইটোকে অনুমান কৰিছিলোঁ। অ' ৰ'বা— তোমালোকক চিনাকি কৰি দিয়াই নাই নহয়। বুইছা মনচুন, মই এওঁৰ কথাকেই তোমাক কৈছিলোঁ। এচিষ্টেণ্ট চাৰ্জন। খিলঙত খুউব জনপ্ৰিয়। এওঁৰ ককায়েকৰ সৈতে একেলগে পঢ়িছিলোঁ। আৰু অৰুণৰ এওঁৰ পৰিচয় তোমাক দিব লাগিব জানো? নাম মনচুন। নবৌ বুলি মাতিবা।

নমস্কাৰ জনাই মই হাঁহিছিলোঁ।

আনন্দ আৰু বিস্ময়ে মোক চঞ্চল কৰি তুলিছিল। মোৰ ভুল হোৱা নাছিল। এইজনীয়েই সেইজনী গাভৰু। সিদিনা কপালত তেজ বঙা ফোটটো নাছিল। আজি আছে। ফোটটোৱে যুৱতী গৰাকীক আৰু বেছি শুৱনী, ধুনীয়া কৰি তুলিছে।

মনচুন।

নামটো ইমান ধুনীয়া। ইমান শ্ৰুতিমধুৰ। ইমান শুৱলা নাম বুলি জনা হলে সেইদিনা ৰাতিয়ে দেখোন তোমাৰ নামটো মই সুধিব পাৰিলোঁহেঁতেন। অ' সেইদিনা ৰাতিৰ কথাবোৰ কাকতিক কৈছানে নাই বাৰু?

কথাবোৰ ভাবি মৌন হৈ ৰলোঁ। মোৰ এনে লাগিছিল: সেয়া যেন বেছি দিন আগৰ কথা নহয়। যোৱা নিশাৰ ঘটনা। ধাৰাষাৰ বৰষুণৰ মাজেৰে গাড়ী চলাই এজনী মনচুনকে সেইদিনা নিশা ষ্টেচনৰ পৰা মোৰ অকলশৰীয়া কোৱাৰ্টাৰটোলৈ লৈ গৈছিলোঁ। ইচ্ছা কৰিয়েই চলন্ত গাড়ীখন হঠাতে ৰখাই দিছিলোঁ। সেই জোকৰণিত এইজনী মনচুনেই চিটিকি আহি মোৰ বুকুৰ মাজত সোমাই পৰিছিল।

"এওঁক তুমি চিনি পোৱা নেকি মনচুন?"

মনচুনে মূৰ জোকাৰিছিল। অৰ্থাৎ নিচিনে। চিনি নাপায়।

এক মিনিট বহক দেই। মই এইমাত্র আহিছোঁ।

তেখেতসকলৰ পৰা বিদায় লৈ ভিতৰলৈ সোমাই গলোঁ। কিবাকিবি খোৱাবস্তু অকণমান আনিবলৈ বান্ধনি ল'ৰাটোৰ হাতত পাঁচটকীয়া নোট এখন দিছিলোঁ। ভালকৈ চাহ তিনিকাপ দিবলৈ কৈছিলোঁ। বাৰে বাৰে তাক সকিয়াই দিছিলোঁ ঃ সি যেন মানুহজনীক চিনাকিৰ দৰে ব্যৱহাৰ নকৰে। চিনো বুলি নকয়। উপযাচি নামাতে। কোনো দিনে ভদ্ৰ মহিলা গৰাকীক সি যেন দেখাই নাই তেনেকুৱা ভাব এটা দেখুৱায়।

কাকতিয়ে কোৱা কথাবোৰত মনচুনে লাজ পাইছিল। মই চিন্তিত আৰু শঙ্কিত হৈ পৰিছিলোঁ। আন হোৱা হলে সেইবোৰ কথাত মই অকণো গুৰুত্ব নিদিলোঁহেঁতেন। কিন্তু মনচুনৰ কাৰণে মোৰ বৰ বেয়া লাগিছিল। চিন্তিত হৈ পৰিলোঁ। কাকতিৰ সন্দেহটো মই কোনো দিনেই সঁচা হবলৈ দিব নোৱাৰোঁ। মনচুনৰ এই ৰূপ এই লাৱণ্য কেতিয়াও নষ্ট হব নোৱাৰে। নষ্ট হোৱাটো মই সহিব নোৱাৰিম। অৱশ্যে চিকিৎসক হিচাবে কৰিবলগীয়া মোৰ একো নাই। চিকিৎসা বিজ্ঞানে মনচুনক কোনো সহায় কৰিব নোৱাৰে। কোনো চিকিৎসকেই তাইক সেই সম্ভাব্য বিপদৰ পৰা ৰক্ষা কৰিব নোৱাৰিব।

কিন্তু সঁচাকৈয়ে তেনেকুৱা কিবা এটা হবলৈ হলে মই কেনেকৈ সহ্য কৰিম? প্ৰয়োজন হলে পৃথিবীৰ বুকুৰ পৰা তাই চিৰদিনলৈ হেৰাই যাওঁক। মনচুনৰ ৰূপ-জ্যোতি অক্ষুণ্ণ হৈ ৰওঁক। তাই চিৰ-যৌৱনা চিৰ-সুন্দৰী হৈ থাকক।

ভগবান! মনচুনে তোমাক কি দোষ কৰিছিল? তুমি কিয় তাইক এই শাস্তি দিবলৈ ওলাইছা?

ৰাতি ভালেমান হৈছিল।

মনচুনে বাৰে বাৰে হাতৰ ঘড়ীটোলৈ চাইছিল।

কাইতিয়ে বুজিছিল তাই অস্বস্তিবোধ কৰিছে।

ঃ আমি যাওঁগে। কি পৰামৰ্শ দিয়া মোক জনাবা। আমাৰ ঘৰলৈ যাবাচোন।

"মোৰ যেতিয়া সময় হয় আপুনি তেতিয়াবা আৰু ঘৰত থাকে নে নাথাকে?"

ঃ মই নাথাকিলেও মনচুন থাকিব। তুমি কেতিয়াকে' যাব পাৰিবা।

"সময় দিব নোৱাৰিম। যাওঁ বুলি কৈ যাব নোৱাৰিলে আপুনি মোক মিছলীয়া বুলি ভাবিব। মোৰ বেয়া লাগিব। কেতিয়াবা যাম বাৰু? ফোনত আপোনাক পামেই নহয়।"

"কেতিয়াবাকে' নহয়। কাইলৈ আবেলি যাবচোন।" মনচুনে কৈছিল।

"আপুনি নহয় দেই। তুমি। বৌৱেকে দেওৰক আপুনি বোলা কত শুনিছে?"

"নেভাৰ। আপোনাক কেতিয়াও মই 'তুমি' বুলি মাতিব নোৱাৰিম। আপনিয়েই মোক 'তুমি' বুলি মাতিব।"

কাকতিয়ে হাঁহিছিল।

ঃ কাজিয়া কৰি থাকিবা নে যাবা?

"এতিয়া মোৰ গাতহে জগৰ লাগিলগৈ। আপুনিহেচোন বহি আছে। নিজৰ উঠীবলৈ মন নাই; তাকে নকয়। বুইছে, এখেতক কথা পালে আৰু একো নালাগে। কিন্তু আকৌ কৈছোঁ দেই ঃ মোক 'আপনি' নহয়। 'তুমি'।"

"নবৌৰ কথা শুনিছে ককাইদেউ?"

ঃ বৌ-দেওৰৰ কাজিয়াৰ মাজত মোক সাঙুৰিব খুজিছা কেলেই? মোক সকিয়াই কোনো লাভ নাই। বেটাৰ কাম টু এ ক'মপ্ৰ'মাইজ।

"ক'মপ্ৰ'মাইজ চমপ্ৰ'মাইজ মই নাজানো। মই কাকো তুমি চুমি বুলিব নোৱাৰোঁ।"

আটাইবোৰে হাঁহিছিলো।

হাঁহি হাঁহি মনচুন আৰু কাকতি আঁতৰি গ'ল।

গাড়ীৰ ওচৰলৈকে মই আগবঢ়াই থলোঁ।

বুকুৰ কোনোবাখিনি বিষাই উঠিল। পুৰিছিল। মনটো উদং উদং লাগিল। জীৱনৰ আটাইতকৈ প্ৰিয় আৰু মূল্যবান সম্পদ এটা যেন হেৰাই গ'ল।

ভাত-পানী খাই চিগাৰেট হুপি হুপি কাকতিয়ে কোৱা কথাবোৰ মনত পেলাবলৈ যত্ন কৰিলোঁ। কাৰণ মনচুনৰ উপস্থিতিত মোৰ কি হৈছিল নাজানো। তেখেতৰ কথাবোৰ শুনিছিলোঁ যদিও হৃদয়ঙ্গম কৰিব পৰা নাছিলোঁ। হৃদয়ঙ্গম কৰাৰ শক্তি মোৰ নাছিল। হেৰাই গৈছিল। কিন্তু বিপদৰ ইংঙ্গিতপূৰ্ণ কথা কেইষাৰ বুজি পোৱাত মোৰ অকণো অসুবিধা হোৱা নাছিল।

ঃ প্ৰায় এবছৰ আগৰ এটা ৰাতি। আমাৰ বিয়া হোৱাৰ তেতিয়াও এবছৰ পূৰ হোৱা নাই। কিন্তু কেইদিনমান পিচতেই পূৰ হব। পুহ মাহৰ চেঁচা ৰাতি। বাহিৰত বৰফ পৰিছিলোঁ।

জ্বলন্ত চিমনিৰ উত্তাপে ঘৰৰ ভিতৰৰ সেমেকা বতাহখিনি তপতাই ৰাখে। সেই কাৰণে ঘৰৰ ভিতৰত বিশেষ চেঁচা অনুভৱ কৰা নাযায়। কিন্তু কেতিয়াবা শেষ নিশা চিমনিৰ জুই নুমাই যায়। গাৰ আটাইবোৰ তেজ তেতিয়া গোট মাৰি হিম হৈ যাব খোজে। সেই কাৰণে শোৱাৰ আগতে সৰহকৈ কয়লা এসোপামান চিমনিটোত জাপি দি আমি শুবলৈ যাওঁ। বাহিৰৰ চেঁচা বতাহ ভিতৰ সোমাব নোৱাৰাকৈ দুৱাৰ-খিৰিকী আটাইবোৰ বন্ধ কৰি থওঁ। কেৱল ওপৰৰ স্কাইলাইট এখন খোলা থাকে। নহলে অম্লজান শূন্য কোঠাটোত উশাহ নিশাহ লব নোৱাৰি চটফটাই উঠিবলগীয়া হয়। সেইদিনা নিশাও ভেণ্টিলেশ্যন এখনৰ বাহিৰে আটাইবোৰ দুৱাৰ-খিৰিকী বন্ধ আছিল।

ৰাতি কিমান হৈছিল নাজানো।

কাৰোবাৰ বিকট চিঞৰ এটাত মোৰ টোপনি ভাঙি গ'ল। চিঞৰটো ক'ৰ পৰা ভাঁহি আহিছিল একো গম নাপালোঁ। টোপনি জালত ভুল শুনা বুলি মোৰ সন্দেহ হৈছিল।

মোৰ ঘৰৰ পৰা অলপ দূৰত গোৰ্খালি গিৰিয়েক-ঘৈণীয়েক এহাল থাকে। মদ খাই ৰাতি দুপৰত গিৰিয়েক আহি ঘৈণীয়েকক অত্যাচাৰ কৰে। মাৰধৰ কৰে। অত্যাচাৰত বৰ নোৱাৰি তাই প্ৰায়ে চিঞৰে। মাজ ৰাতি আমাৰ টোপনি ভাঙি যায়।

সেইদিনাও সেই তিৰোতাজনীয়ে চিঞৰা বুলি ভাবিছিলোঁ। কিন্তু তাইৰ চিঞৰ এবাৰ আৰম্ভ হলে ইমান সোনকালে বন্ধ নহয়। ইনাই-বিনাই কন্দা চিঞৰটো বন্ধ হওঁতে বহু সময় লাগে। এফালে তাইৰ চিঞঁৰ; আনফালে গিৰিয়েকৰ অশ্লীল গালি। তাৰ পিচত আমাৰ আকৌ টোপনি আহে।

সিদিনা চিঞৰৰ শব্দটো এবাৰেই মাথোন মোৰ কাণত পৰিছিল। সেইদিনা তাই হয়তো বা চিঞৰাই নাছিল। কিন্তু মোৰ অৱচেতন মনৰ মাজত তাইৰ চিঞৰৰ শব্দটো ভাঁহি ফুৰিছিল। সেই কাৰণেই কোনোবাই চিঞৰা বুলি মোৰ অনুমান হৈছিল।

মই বিশেষ গুৰুত্ব দিয়া নাছিলোঁ। অলপ পিচতে মোৰ আকৌ টোপনি আহিছিল।

দ্বিতীয় নিশা।

সেইদিনাও সেই একোটা কাৰণতে মই সাৰ পাইছিলোঁ। আগ-দিনাৰ নিশাৰ দৰে কোনোবাই চিঞৰি উঠিছিল। কিন্তু কোনে আৰু কিমান দূৰত চিঞৰিছিল একো ঠাৱৰ কৰিব নোৱাৰিলোঁ।

মই সন্দিহান হৈ পৰিছিলোঁ।

সচাঁকৈয়ে জানো কোনোবাই চিঞৰিছিল? নে মই ভুল, শুনিছোঁ?

তৃতীয় নিশা।

মানসিক প্ৰস্তুতি এটা লৈ শুই পৰিছিলোঁ। যেনেকৈ হওঁক মই সন্দেহমুক্ত হবই লাগিব। প্ৰয়োজন হলে মনচুনকো জগাই দিম। কিন্তু আগতীয়াকৈ মনচুনক একো নকলোঁ। যোৱা দুনিশা কি ঘটিছিল সেই বিষয়ে ঘূণাক্ষৰেও জানিবলৈ নিদিলোঁ।

.কিন্তু সিদিনা কাৰো চিঞৰ মোৰ কাণত নপৰিল। কোনোবাই চিঞৰিছিল যদিও শুনা নাছিলোঁ। মোৰ টোপনি ভঙা নাছিল।

তাৰ পিচদিনা। টোপনিৰ পৰা সাৰ পাই শোৱাৰ পৰা উঠি বহিলোঁ। এটা ভয়াৰ্ত্ত যন্ত্ৰণাকাতৰ চিঞৰ। চিঞৰটো মোৰ নিচেই কাষৰ পৰা ভাঁহি অহা যেন লাগিল। ,বেৰখনৰ সিপাৰে খিৰিকীখনৰ ওচৰত থিয় হৈ কোনোবাই চিঞৰা বুলি মোৰ অনুমান হৈছিল। বেড্ চুইচটো টিপি লাইটটো জ্বলাই দিলোঁ। দিনৰ পোহৰত উজ্বল হৈ পৰাৰ দৰে কোঠাটো জিলিকি উঠিল। কিন্তু কোনো নাই। কাকো ক'তো নেদেখিলোঁ। মনচুন গভীৰ টোপনিত লালকাল।

মনচুনক জগাই দিম নেকি?

সাৰ পাই মনচুনে 'কি হ'ল' বুলি যদি সোধে তেতিয়া মই কি কম? কি উত্তৰ দিম?

মিছাতে টোপনি ভঙাৰ কি প্ৰয়োজন?

খিৰিকীখন খুলিবলৈ হাতখন আগবঢ়াই নি আকৌ কোঁচখুৱাই আনিলোঁ। অজানিত শঙ্কাত বুকুখন কঁপি উঠিল। খিৰিকীখন খুলি দিলেই যেন কোনোবা এজন ভিতৰলৈ সোমাই আহিব। এটা প্ৰকাণ্ড ছায়ামূৰ্ত্তি।

তাৰ পিচত মোৰ আৰু টোপনি অহা নাছিল।

প্ৰথম দুনিশা গুৰুত্ব দিয়া নাছিলোঁ। যদিও সেইদিনা বহুত কথা ভাবিছিলোঁ। কিবা এটা সন্দেহে মন জুকলা কৰি তুলিলে ভয়, হিংসা আৰু কৌতূহলে মোৰ মনৰ শান্তি কাঢ়ি লৈ গ'ল।

ৰাতিৰ এন্ধাৰৰ সঁচা ভূতটো দিনৰ পোহৰত বনৰ জোপোহা হৈ পৰে। বুঢ়া ডাঙৰীয়া বগা ঘোঁৰা হয়। জীয়া বাঘটোয়ে ভঙা

মুঢ়া অথবা চকিব ৰূপ লয়। তেতিয়া নিজৰে বৰ লাজ লাগে। হাঁহি উঠে।

নিশাৰ এন্ধাৰে মনৰ সাহসখিনিও কাঢ়ি নিয়ে নেকি জানো। নহলে ৰাতিৰ এন্ধাৰত আমি ইমান দুৰ্ব্বল হৈ পৰোঁ কিয় ?

দিনৰ পোহৰে আগদিনা নিশাৰ সকলো ভয় সন্দেহ ধুই মচি নিছিল। কিন্তু মই নিশ্চিত হব নোৱাৰিলোঁ। ৰাতিপুৱা খিৰিকীখনৰ ওচৰলৈ গৈ পৰীক্ষা কৰি চালোঁ। কোনো মানুহ অহাৰ চিন নাই। কোনোবা অহা হলে পদছাপত বনবোৰ চেপেটা খাই পৰিলহেঁতেন।

তেন্তে মই জানো ভুল শুনিছিলোঁ ?

মোৰ জানো ভুল হৈছিল ?

এদিন দুদিন নহয়। তিনিদিন সেই একে ধৰণৰ ভয়াৰ্ত্ত কণ্ঠস্বৰ। যন্ত্ৰণাকাতৰ আৰ্ত্তনাদ। গোৰ্খালী তিৰোতাজনীয়ে চিঞৰিলে কেতিয়াও এনেদৰে নিচিঞৰে। এনেদৰে চিঞৰা শুনা নাই।

মোৰ কাণৰ কাষত, আমাৰ বিছনাৰ ইমান ওচৰত কোনে চিঞৰিব পাৰে বাৰু ?

কোনোবাই কৈছিল : চৰকাৰী ঘৰবোৰ কাহিনীবহুল। বহু ঘটনাৰ কেন্দ্ৰবিন্দু। কাৰোবাৰ অশান্ত অতৃপ্ত আত্মা বন্দী হৈ থাকে কোনোবা চৰিত্ৰহীন বিষয়াৰ হাতত ধৰ্ষিতা নাৰীৰ বিষাক্ত নিশ্বাসে প্ৰতিহিংসাৰ অপূৰণ আক্ৰোশত গুমৰি ফুৰে। অসহায় হৈ কান্দে।

ৰাতিপুৱা চাহ-জলপান খাওঁতে মনচুনক সুধিছিলোঁ : ৰাতি কিবা সপোন দেখিছিলা নেকি মুন ?

মনচুনে কৈছিল : দেখা নাই। সুধিছিল : কেলেই ? মই কোনো উত্তৰ দিয়া নাছিলোঁ।

মনচুনে যে সপোন দেখা নাছিল মোৰ বিশ্বাস হৈছিল। সপোন দেখি চিঞৰা হলে নিশ্চয় মনচুনৰ টোপনি ভাঙি গ'লহেঁতেন। ইমান উচ্চস্বৰত চিঞৰি উঠাৰ পিচত টোপনিত কেৱে তেনেদৰে অচেতন হৈ পৰি থাকিব নোৱাৰে।

এটা হুটাকৈ কেবাটাও নিশা পাৰ হৈ গ'ল। কিন্তু কৌতূহল নিবৃত্তি নহল। পাৰহৈ যোৱা প্ৰায় প্ৰত্যেকটো নিশাতে মোৰ টোপনি ভাঙি গৈছিল। কাৰোবাৰ চিঞৰ মই শুনিছোঁ। কেতিয়াবা এনিশা নুশুনিলেও পিচদিনা নিশা আকৌ শুনিছোঁ। শুনো।

.দিন পিচলি গৈছিল।

ৰহস্য উদঘাটনৰ চিন্তাত মই ভাগৰি পৰিছিলোঁ। তথাপি মই সফল হ'ব নোৱাৰিলোঁ।

এদিন ৰবিবাৰৰ আবেলি।

দীঘল আয়নাখনৰ সন্মুখত থিয় হৈ মূৰ ফণিয়াই থকা মনচুনে অভিযোগ কৰি কৈছিল ঃ আপুনি নখ-চখবোৰ নাকাটে নেকি ?

হাতৰ আঙুলিবোৰলৈ চালোঁ। নখবোৰ ঠিকেই আছে। প্ৰয়োজনতকৈ অকণো বেছি বঢ়া নাই। তাতকৈ চুটি কৰিবলৈ গলে মঙহ এৰাই যাব।

'কেলেই সুধিলা ?'

'টোপনিত আপুনি মোক ইমান আঁচোৰে পাই। চাওঁকচোন, বাওঁ চকুটে৷ আঁচুৰি এয়া কি কৰিছে ?'

মনচুন মোৰ ওচৰলৈ আগবাঢ়ি আহিল। চালোঁ। সঁচাকৈয়ে মুনৰ বাওঁ চকুটোৰ চাৰিওফাল ক'লা পৰি গৈছে। চকুৰ নামনিত, পিৰিঠিত, ভ্ৰূত আচোৰৰ ক'লা দাগ। সৰু সৰু দাগবোৰ নখৰ আঁচোৰ যেন নালাগিল।

তাৰমানে মই মোৰ অজ্ঞাতেই মনচুনক আঁচুৰি দিওঁ। যন্ত্ৰণাত বেচেৰীয়ে চিঞৰি উঠে। আৰু সেই চিঞৰত মোৰ টোপনি ভাঙি যায়।

তেন্তে গোৰ্খালী গিৰিয়েক-ঘৈণীয়েকহাল আৰু আমাৰ মাজত পাৰ্থক্য থাকিল কত ? সি যেনিবা মদ খাই মাতাল হৈ ঘৈণীয়েকক অত্যাচাৰ কৰে। চৰ-ভুকু সোধায়। তেতিয়া তাৰ চেতনা নাথাকে।

আৰু মই ?

টোপনিত অচেতন হৈ ময়ো জানো মুনৰ ওপৰত অত্যাচাৰ কৰা নাই?

মোৰ বৰ লাজ লাগিল।

কেইদিনমান আমি আঁতৰে আঁতৰে আছিলোঁ। বেলেগে বেলেগে শুইছিলোঁ। তেতিয়াও মনচুনে আগৰ দৰেই চিঞৰিছিল। চকুত কোনোবাই আঁচুৰি থৈ আঁতৰি গৈছিল। সেই আঁচোৰৰ দাগবোৰ আগতকৈও বেছি স্পষ্ট। বেছি প্ৰকট। আৰু সেই দাগবোৰৰ পৰা নিগৰি আহিছিল বিন্দু বিন্দু তেজৰ কণিকা।

মনচুন চিন্তিত হৈ পৰিছিল। আতঙ্কিত হৈ উঠিছিল। মনৰ আনন্দমুখৰ হাঁহি হেৰাই গ'ল। কিন্তু তেওঁতকৈও মই আৰু বেছি আতঙ্কিত হৈ পৰিছিলোঁ। তথাপি মই অভিনয় কৰি গলোঁ। সেয়া যেন গুৰুত্ব দিবলগীয়া কোনো কথাই নহয়। ইটো-সিটো বাৰে বাংকৰা কথাৰে মুনৰ কথাবোৰ উৰুৱাই দিবলৈ যত্ন কৰিছিলোঁ। মনৰ দৃঢ়তা আৰু সাহস ৰক্ষা কৰিবলৈ চেষ্টা কৰিছিলোঁ।

কিন্তু মনচুনে মোৰ কথাত প্ৰত্যয় যাব পৰা নাছিল। মোৰ দৰে মনৰ আচল ভাবটো লুকুৱাই স্বাভাৱিক ভাব এটা দেখুৱাবলৈ যত্ন কৰিছিল।

মই বুজিছিলোঁ সেয়া সঁচা নহয়। অভিনয়। মনচুনৰ সেই হাঁহি কৃত্ৰিম হাঁহি। শেঁতা মুখ আৰু অনুজ্জ্বল চকুযুৰিৰ দৃষ্টিয়ে সেই কথা মোক সকিয়াই দিছিল।

মনচুন শঙ্কিতা—বিহ্বলা।

মই আতঙ্কিত। চিন্তিত।

কিন্তু কোনোৱে কাকো মনৰ আচল কথা খুলি কব নোৱাৰোঁ।

মুনৰ আঁৰ লৈ বহুতৰ লগত মই আলোচনা কৰিছিলোঁ। বহুতৰ পৰামৰ্শ বিচাৰিছিলোঁ। কিন্তু কেৱে সদুত্তৰ দিব নোৱাৰিলে। অমূলক হলেও ভাবিবলৈ বাধ্য হৈছিলোঁ: টোপনিত কোনোবাই মনচুনক খুচি থৈ যায়। আঁচুৰি যায়। মই নহয়।

জানো ঃ সেয়া সম্ভৱ নহয়। বন্ধ কোঠাটোত কোনোপিনে মানুহ সোমোৱাৰ পথ নাই। আনকি ওপৰৰ ভেন্টিলেশ্যন পর্য্যন্ত বন্ধ। মনচুনে চিঞৰি উঠাৰ পিচতো দুৱাৰ খিৰিকীবোৰ পৰীক্ষা কৰি চাইছোঁ। আগৰ দৰেই বন্ধ। আৰু কোনোবাই আঁচোৰা হলে তেনেদৰে নাচুৰিলেহেঁতেন। সদায় এনেদৰে উপদ্ৰৱ কৰা সম্ভৱ নহয়।

মন যেতিয়া দুৰ্ব্বল হৈ পৰে সম্ভাৱ্য অসম্ভাৱ্যৰ বিচাৰ কৰাৰ ক্ষমতা তেতিয়া নাথাকে। হেৰাই যায়। অমূলক সন্দেহে মনৰ মাজত খোপনি পোতে। সেই কাৰণে মুনে গম নোপোৱাকৈ ঘৰৰ চাৰিওফালে পুলিচ পহৰাৰ ব্যৱস্থা কৰালোঁ। মনচুন টোপনি যোৱাৰ পিচত পুলিচে আমাৰ ঘৰৰ চাৰিওফালে ঘেৰাও কৰি ৰাখিছিল। তথাপি অত্যাচাৰ বন্ধ নহ'ল। বাহিৰত পুলিচ পহৰা ; ভিতৰত অদৃশ্য হাতৰ সেই একে উৎপীড়ন। মনচুনৰ ভয়ার্ত্ত আৰ্ত্তনাদ।

মই হতাশ হৈ পৰিছিলোঁ।

বহুতে বহুত কথা কৈছিল। বিভিন্নজনৰ বিভিন্ন মত। কিছুমানে ভৌতিক কাণ্ড বুলি মোক প্ৰত্যয় নিয়াবলৈ যত্ন কৰিছিল। অবিশ্বাস্য কথাবোৰো মই বিশ্বাস কৰিবলৈ বাধ্য হৈছিলোঁ ঃ সেয়া মানুহৰ উৎপীড়ন নহয়। অশৰীৰী আত্মাৰ প্ৰতিশোধ পূৰণৰ প্ৰচেষ্টাৰ কোনোবা পৰীৰ আক্ৰোশ। ৰূপহী যুৱতীৰ প্ৰতি পৰীৰ বিদ্বেষ আজিৰ নহয়। আবহমান কালৰ পৰা চলি অহা সঁচা ঘটনা।

এটাৰ পিচত আন এটা ঘৰ সলনি কৰিছিলোঁ। ভাব ঃ কিজানিবা অব্যাহতি পাওঁ। সেই কাৰণে মুনক প্ৰকৃত কাৰণটো জানিবলৈ নিদি চৰকাৰী ঘৰ এৰি ভাৰাঘৰত থাকিলোঁ। এটাৰ পিচত আন এটা ভাৰাঘৰলৈ গলোঁ। কিন্তু ক'তো শান্তি নাই। যন্ত্ৰণাৰ উপশম নহ'ল। সকলো ঘৰতে সেই একে ঘটনাৰ পুনৰাবৃত্তি। একে অত্যাচাৰ। একে অশান্তি।

ইতিমধ্যে মনচুনৰ বাওঁ চকুটোৰ দৃষ্টিশক্তি বহুখিনি হ্রাস পাই আছিল। বহুতো ডাক্তৰ, কবিৰাজ, গাঁৱলীয়া বেজৰ ওচৰ চাপিলোঁ। মুনৰ দৃষ্টিশক্তি অক্ষুণ্ণ ৰখাৰ উপায় বিচাৰিলোঁ। কিন্তু প্ৰত্যেক ক্ষেত্ৰতে নিৰাশ হোৱাৰ বাহিৰে লাভ একো নহ'ল। কোনো ডাক্তৰ-কবিৰাজে একো পৰামৰ্শ আগবঢ়াব নোৱাৰিলে। গাঁৱলীয়া বেজ দুজন নে এজনেহে মাথোন মোক আশ্বাস দিছিল ঃ তেওঁলোকে মনচুনৰ দৃষ্টিশক্তি ৰক্ষা কৰিব পাৰিব। এনেবোৰ ক্ষেত্ৰত ডাক্তৰ-কবিৰাজ মিছা। নিঃসহায়। সেয়া কেৱল প্ৰেতিনী বিদ্যাৰ দ্বাৰাহে সম্ভৱ। তেওঁলোকে কিবাকিবি জাপজৰী দিলে। জৰাফুকা কৰিলে। কাৰোবাক পূজা দিলে। কিন্তু অৱস্থাৰ কোনো উন্নতি নহ'ল। সাধু-সন্ন্যাসীৰ তাবিজ-মাচুলীৰে ডিঙি-হাত উপচি পৰিল কিন্তু ক'তো একো সুফল নাপালোঁ। এদিন কথা প্ৰসঙ্গত কোনোবা এজনে তোমাৰ কথা কৈছিল। কিন্তু তুমিয়েই সেইজন অঙ্কুৰ বুলি জনা নাছিলোঁ। আন কোনোৱা বুলি ভাবিছিলোঁ। সেই কাৰণে ফোন কৰিছিলোঁ যদিও তোমাৰ ওচৰলৈ অহাৰ সাহস হোৱা নাছিল। কাৰণ কথাবোৰ কবলৈ মোৰ অস্বস্তি লাগে। ইতস্ততঃ বোধ কৰোঁ। কি বুলি কম ? আজিৰ দিনত ভূত-প্ৰেত বিশ্বাস কৰি জাপজৰীৰে চিকিৎসা কৰা বুলি শুনিলে জানোচা তুমিও মোক আনবোৰ ডাক্তৰৰ দৰে উপলুঙা কৰা। নিৰুৎসাহ কৰি আঁতৰাই পঠোৱা। ইতিকিং কৰা। কিন্তু তুমি বুলি জনা হলে মই কেতিয়াবাই আহি তোমাৰ ওচৰ পালোঁহেঁতেন। কাৰণ তুমি ঘৰৰ ল'ৰা। তোমাক কবলৈ মোৰ লাজ নালাগে। বিয়নো বিজ্ঞানে যিমানে উন্নতি নকৰক তথাপি আমি অদেহী আত্মাক বিশ্বাস কৰোঁ। কাৰণ আমি হিন্দু।

কিন্তু মোৰ কি ভয় হৈছে জানা অঙ্কুৰ ? সোনকালে কিবা এটা ব্যৱস্থা কৰিব নোৱাৰিলে মুনে হয়তো আনটো চকুৰ দৃষ্টিশক্তিও হেৰুৱাই পেলাব। এতিয়াই তেওঁ দিনৰ পোহৰত অস্বস্তি বোধ কৰে। ৰ'দলৈ চাব নোৱাৰে। লাইটৰ উজ্জ্বল পোহৰো সহ্য নহয়।

সেই কাৰণে বাত্তিও তেওঁ গগলচ্ পিন্ধে। কেইদিনমানৰ পৰা লক্ষ্য কৰিছোঁ চকুটো প্ৰায়ে উখহি থাকে। বিষায়।

কাকতিয়ে আৰু কিবা কব খুজিছিল। কিন্তু নকলে। থমকি ৰ'ল। এবাৰ মনচুনলৈ চাই মোলৈ আকুতি সনা দৃষ্টিৰে চাই ৰ'ল। অৰ্থ: তুমি কিবা এটা কৰা ডাক্তৰ। মনচুনক ৰক্ষা কৰা।

মনচুনক মই পৰীক্ষা কৰিব খুজিছিলোঁ। গগলচ্‌যোৰ খুলিবলৈ কৈছিলোঁ। কিন্তু মনচুনে আপত্তি কৰিছিল। লাইটৰ পোহৰটো হেনো সহ্য কৰিব নোৱাৰিব।

ৰোগীৰ আপত্তিলৈ কাণ কৰিলে সুচিকিৎসা কৰিব নোৱাৰি। গতিকে মনচুনৰ আপত্তিলৈ মই কাণ দিয়া নাছিলোঁ। কাকতিয়ে মনচুনক সাহস আৰু আশ্বাস দিছিল।

গগলচ্‌যোৰ চকুৰ পৰা আঁতৰাই অনাৰ লগে লগে বেচেৰীয়ে অনুচ্চ স্বৰত চিঞৰি উঠিল: আহ্, ইমান পোহৰ।

উজ্জ্বল-পোহৰটো সহ্য কৰিব নোৱাৰি মনচুনে চকু দুটা মুদি তল-মূৰ কৰিছিল। থুতুৰিটোত ধৰি মুখখন দাঙি দিলোঁ। চকুৰ পতাটো মেলি চালোঁ।

গেলা মাছৰ দৰে এটা ঘোলা চকু। চকুৰ মণিটোও অনুজ্জ্বল। চকুৰ দুয়োটা পাহিত অসংখ্য সৰু সৰু ক'লা দাগ।

ভয় হ'ল: আনটো চকুৰ দৃষ্টিশক্তিও যদি হেৰাই যায়?

তৎক্ষণাতে গগলচ্‌যোৰ আকৌ পিন্ধাই দিলোঁ। মনচুনৰ কোমল মিহি হাতখন মোৰ হাতত লাগিল।

॥ ছয় ॥

লাজত মই মুখ উলিয়াব নোৱাৰা হৈ পৰিলোঁ।

ফোনটো বাজি উঠিলেও বুকুখন চিৰিংকৈ উঠে। ভয়ত পৈপুৱা খাওঁ। ব্যস্ততাৰ অজুহাত দেখুৱাই আন কাৰোবাক ধৰিবলৈ দিওঁ। মোক কোনে বিচাৰিছে সেই বিষয়ে নিশ্চিত হবলৈ কওঁ। তাৰ পিচতহে মই ফোনত কথা পাতোঁগৈ।

সিদিনাৰ ঘটনাটোৰ কাৰণে মনচুনে মোক অত্যন্ত বেয়া পাইছিল। বুজিছিলোঁ। মোৰ ওপৰত কাকতিৰ ভীষণ খং উঠিছিল। মনচুন আৰু কাকতিৰ সন্মুখত থিয় হোৱাৰ সাহস মই হেৰুৱাই পেলালোঁ। বৰ অসহায় হৈ পৰিলোঁ। মনৰ শান্তি হেৰাই গ'ল। হঠাৎ ক'ৰবাত কেনেবাকৈ কাকতিৰ সৈতে ভেটাভেটি হোৱাৰ ভয়ত মই অস্থিৰ হৈ পৰিলো। বাটেঘাটে সাৱধান হৈ ফুৰিবলৈ ললোঁ। হাস্পাতালত ব্যস্ত হৈ থকা সময়চোৱাৰ প্ৰত্যেক মুহূৰ্ত্ততে মোৰ ভাব হৈছিল ঃ এই মাত্ৰ কাকতি যেন আহিব। সকলোৰে সন্মুখত কটু কথা'ৰ মোক তিৰস্কাৰ কৰিব। কুকুৰে কাঁইট নোখোৱা অৱস্থা কৰি তুলিব।

কোনো কামতে মই মনোযোগ দিব পৰা নাছিলোঁ। প্ৰত্যেক মুহূৰ্ত্ততে এটা চিন্তাই মোক খুলি খুলি খাইছিল। নিজৰ ওপৰতে ধিক্কাৰ জন্মিল। এয়া মোৰ ৰূপহী মনচুনৰ প্ৰতি দুৰ্ব্বলতা নে আন কিবা?

মোৰ এই কলঙ্কই তুখন ঘৰৰ মাজত মনোমালিন্যৰ সৃষ্টি কৰিব। কাকতিয়ে মোৰ বিষয়ে ককাইদেউলৈ লিখিব। ককাইদেৱে নবৌক কব। নবৌয়ে কব মাক।

ঘৰৰ সকলোৱে জানিব: মই ধুৰন্ধৰ। মিছলীয়া। ফাঁকিবাজ। মোৰ চৰিত্ৰৰ পতন হৈছে। মই আৰু আগৰ সেই অঙ্কুৰ হৈ থকা নাই।

এদিন ছদিনকৈ এসপ্তাহ পাৰ হৈ গ'ল। তথাপি কোনো সিদ্ধান্তত মই উপনীত হব পৰা নাছিলোঁ। খং, বিৰক্তি আৰু হতাশাত নিজকে তিৰস্কাৰ কৰিছিলোঁ: কি প্ৰয়োজন আছিল? মিছাতে কিয় তুৰ্নামৰ ভাগ লবলৈ গৈছিলোঁ?

অথচ তেনেই এটা সাধাৰণ কথা।

"মই যাব নোৱাৰিম। যোৱাৰ সময় নহব।"

তেনেদৰে কৈ দিয়া হলেই লেঠা মৰিলহেঁতেন।

কিন্তু 'যাম' বুলি কোৱা নাছিলোঁ। যদিও নাযাওঁ বুলিও কোৱা নাছিলোঁ। এটা আশা লৈ মনচুন আঁতৰি গৈছিল। পিচদিনা সন্ধিয়া মই যাম। কিন্তু যাব নোৱাৰিলোঁ। নোৱাৰিলোঁ নহয়; নগলোঁ। যোৱাৰ প্ৰবল ইচ্ছাটোক জোৰকৈয়ে হেচি ৰাখিছিলোঁ। মই গৈ কি কম? কাকতিক কি পৰামৰ্শ দিম?

মোৰ পৰা সন্তোষজনক উত্তৰ নাপালে কাকতি হতাশ হৈ পৰিব। মনচুনৰ মনৰ অৱস্থা আৰু বেছি উদ্বেগজনক হৈ উঠিব। তুয়োজনৰে মন নিৰাশাই ছানি পেলাব। অসুখ যিমানেই সাধাৰণ নহওক; সেই অসুখ দেখি ডাক্তৰ হতবুদ্ধি হলে ৰোগীয়ে আৰু বেছি ভয় খায়। শঙ্কিত হৈ উঠে। সাধাৰণ অসুখটোও তেতিয়া গুৰুতৰ হৈ পৰে।

মনচুনৰ দৃষ্টি ৰক্ষাৰ কিবা এটা উপায় হাতত লৈহে মই কাকতিৰ ওচৰলৈ যাব পাৰিম।

'মনচুনক কোনে আঁচোৰে (?)' সেই ৰহস্য উদ্ঘাটনৰ চিন্তা

পৰিত্যাগ কৰি চকুটো কেনেকৈ ৰক্ষা কৰিব পাৰি অৱশেষত সেই বিষয়ে চিন্তা কৰিছিলোঁ।

ইউৰেকা।

হাতৰ ঘড়ীটোলৈ চালোঁ। নিশা চাৰে এঘাৰটা বাজি গৈছে। ইচ্ছা হৈছিল মই যেন সেই মুহূৰ্ত্তত মনচুনৰ ওচৰলৈ দৌৰি যাম। কম ঃ এয়া মই আহিছোঁ মনচুন। তোমাক ৰক্ষা কৰাৰ উপায় লৈ আহিছোঁ। কিন্তু সিমান ৰাতি যোৱাটো অশোভনীয়। কাকতিয়ে একো নাভাবিলেও মনচুনে ভাবিব মই বলিয়া হৈছোঁ।

কাকতিয়ে ঘৰৰ ফোন নম্বৰটো দি গৈছিল। ডায়েৰীটো মেলি বিচাৰি চালোঁ। পালোঁ। কিন্তু ক'ৰ পৰা ফোন কৰিম? হাস্পাতাললৈ বহুত দূৰ। ওচৰৰ দোকান-বজাৰ আটাইবোৰ বন্ধ। অৱশ্যে ওচৰৰ 'চিনেমা হলটো' খোলা আছে। 'ফোন এটা কৰোঁ' বুলি কলে হয়তো আপত্তি নকৰিব। কিন্তু মনচুনক জানো পাম? কাকতিহঁত জানো ইমান ৰাতিলৈ সাৰে আছে? টোপনিৰ পৰা উঠি ফোন ধৰিব?

কিন্তু ৰাতি পুৱালৈকে অপেক্ষা কৰাৰ ধৈৰ্য্য নহ'ল। পিন্ধি থকা শ্লিপিং গাউনটোৰেই চিনেমা হ'ল পালোঁগৈ। আশা কৰা নাছিলোঁ যদিও ফোন সংযোগৰ লগে লগে উত্তৰ পাইছিলোঁ। এটা কোমল মিঠা মাত।

"কোন? নবৌ? ইমান ৰাতিলৈ শোৱা নাই কেলেই? নাম প্ৰসঙ্গ? কাৰ? আপুনিও গৈছিল নেকি? আপুনি মোক খুউব বেয়া পাইছে নহয়? সঁচাকৈয়ে মই খুউব ব্যস্ত। নেদেখিলে আপুনি কিয় কেৱে বিশ্বাস নকৰে। ···বাৰু। ককাইদেউক অকণমান মাতি দিয়কচোন। কি কলে? কাষতে আছে? ফোনটো তেখেতক দিয়ক।···আপোনাৰ সৈতে কথা কবলৈ বেয়া পাম কেলেই?

কাকতিৰ মাতটো বুজি পালোঁ। এসোপামান মিছা কথা কৈ আত্মৰক্ষাৰ যত্ন কৰিলোঁ। ঘৰৰ নম্বৰটো পাহৰি যোৱা কাৰণে দুদিন যত্ন কৰিও ফোন সংযোগ নাপালোঁ বুলি ফাঁকি দিলোঁ।

তাৰ পিচত কি কৰিব লাগিব বুজাই দি পিচদিনা মোক হাস্পাতালত লগ ধৰাৰ কথা কৈছিলোঁ। 'আইড্ৰপ' এটা লৈ যোৱাৰ কথা কলোঁ।

কাকতিয়ে মোক বিশ্বাস কৰিছিল। ব্যস্ততা আৰু মনচুনৰ কাৰণে 'আই প্ৰটেক্টৰ' এটা বিচাৰি হাবাথুৰি খোৱাৰ কাৰণে যে যোৱাৰ সময় কৰিব পৰা নাছিলোঁ। কাকতি সেই কথাত পতিয়ন গৈছিল।

ফোনটো থৈ কোৱাৰ্টাৰ পালেহি।

ব্যৱস্থাটো শুনি কাকতিয়ে আকৌ লৰা-ধেমালি বুলি নাভাবেতো? ইমান সহজে কৃতকাৰ্য হব পাৰিম বুলি কাকতিৰ জানো প্ৰত্যয় জন্মিব? ইমান জানো সহজ? তেন্তে কোনো চিকিৎসকে কাকতিক সেই উপদেশটোকে দিব পৰা নাছিল কিয়? অৱশ্যে মই নিজেও বিশ্বাস কৰা নাই। এয়া মাথোন পৰীক্ষা।

'আই প্ৰটেক্টৰ' বুলি কোনো বস্তু নাই। বজাৰত কিনিবলৈ পোৱা নাযায়। কিন্তু তেনেদৰে নকলে কাকতি আৰু মনচুনে মোৰ চিকিৎসা পদ্ধতিৰ ওপৰত হয়তো কোনো গুৰুত্বই নিদিব। সেইবাবে মিছা কথা এষাৰ কলোঁ।

ৰোগীৰ মনত বিশ্বাস জন্মাবলৈ আমি প্ৰায়ে মিছা কথা কবলগীয়া হয়। কাকতিয়ে মোৰ চিকিৎসা পদ্ধতিত গুৰুত্ব দিয়ক বা নিদিয়ক ফোনটো থৈ দিয়াৰ পিচত মোৰ নিজৰে বৰ সকাহ পোৱা যেন লাগিল। মনটো মুকলি হৈ পৰিল। ভীষণ পৰিস্থিতি এটাৰ পৰা ৰক্ষা পৰা বুলি অনুভৱ হল।

অন্ততঃ কাকতিক কব পাৰিম: মই যথেষ্ট যত্ন কৰিছিলোঁ। তেখেতে বুজিব মই ফাঁকি দিয়া নাই।

অস্ফুট স্বৰত মোৰ মুখেৰে আপোনা আপুনি বৈ আহিল: ভগৱান! মোক সহায় কৰা। মনচুনক ৰক্ষা কৰা। নহলে মোৰ মান সন্মান সকলো যাব। লাজত মই মুখ দেখুৱাব নোৱাৰিম।

ইমান কাতৰ হৈ কোনোদিনেই ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনোৱা নাছিলোঁ। বিজ্ঞান বিশ্বাসী হলেও আমাৰ মনৰ মাজত ফল্গু ধাৰাৰ দৰে প্ৰৱাহিত হৈ বৈ আছে নেদেখাজনৰ প্ৰতি অটল বিশ্বাস। সেই কাৰণে সঙ্কটপূৰ্ণ মুহূৰ্তত অজ্ঞাতেই আমি ভগৱানৰ নাম লওঁ। সোঁৱৰোঁ।

কেবাটাও উজাগৰী নিশাৰ পিচত সেইদিনা মই শান্তিৰে টোপনি গৈছিলোঁ।

পিচদিনা ৰাতিপুৱা। দহ বজাৰ অলপ পিচতে ফোন এটা পাইছিলোঁ।

সিমূৰৰ পৰা ভাঁহি আহি এটা হৰ্ষ-উল্লাস মোৰ প্ৰশংসা-সূচক ধ্বনি।

"কংগ্ৰেচুলেশ্যন ডাক্তৰ। মই তোমাক মিঠাই খুৱাবলগীয়া হৈছে। কোৱা। মিঠাই খাবলৈ কেতিয়া আহিবা?"

"চাহ খোৱাটো বৰ ডাঙৰ কথা নহয়। আচল কথাটো কওঁকচোন। যোৱা নিশা তেখেতে নিশ্চয় যন্ত্ৰণা অনুভৱ কৰা নাই।"

উত্তৰত কাকতিয়ে কৈছিল: মোৰ অনুমানটো সচা। আনদিনাৰ দৰে সেইদিনা নিশা মনচুনে চিঞৰা নাছিল। চকুত আঁচোৰৰ নতুন দাগ লগা নাই।

খবৰটোৱে মোক যথেষ্ট উৎসাহিত কৰি তুলিছিল। মই উৎফুল্লিত হৈ পৰিছিলোঁ। কিন্তু মোৰ মনৰ খু-দুৱনি মাৰ নগল। কাৰণ সেয়া মোৰ প্ৰথম প্ৰচেষ্টা। অনুমানৰ ওপৰত ভিত্তি 'কৰি লোৱা চিকিৎসা-ব্যৱস্থা। কৃতকাৰ্য হোৱাৰ আশা কৰিছোঁ। কিন্তু কৃতকাৰ্য যে হমেই সেই বিষয়ে সম্পূৰ্ণৰূপে নিঃসন্দেহ হব পৰা নাছিলোঁ। অইন কিবা কাৰণেও মনচুনৰ চকুত আঁচোৰৰ দাগ নালাগিব পাৰে। নিচিঞৰিব পাৰে।

মোক এবাৰ লগ ধৰিবলৈ কাকতিক কৈ ফোনটো থৈ দিলোঁ।

জানো ঃ মই নোকোৱা হলেও 'আইড্রপটো' নিবলৈ তেখেত মোৰ ওচৰলৈ আহিব। আগদিনা নিশাৰ কথাবোৰ কৈ মোৰ প্ৰচেষ্টাক শলাগিব।

আগদিনাতকৈ সোনকালে হাস্পাতালৰ পৰা ওলাই পুলিচবজাৰ পালোঁহি। তাৰ পিচত গোটেই শ্বিলংখন চলথ কৰিলোঁ। তথাপি সুদক্ষ চৰ্ম্ম-শিল্পী এজন বিচাৰি উলিয়াব নোৱাৰিলোঁ। সুদক্ষ চৰ্ম্ম-শিল্পীৰ কাৰখানা বিচাৰি মই ভাগৰি পৰিলোঁ। জোতা তৈয়াৰ কৰা কেবাজনো মিস্ত্ৰীৰ ওচৰলৈ গলোঁ। কিন্তু কেৱে মোক সহায় কৰিবলৈ মান্তি নহল। যথেষ্ঠ পাৰিশ্ৰমিক দিম বুলি কোৱা সত্ত্বেও কামটো কৰি দিবলৈ ইচ্ছা প্ৰকাশ কৰা নাছিল। অৱশেষত বৰ'বজাৰৰ এচুকৰ চীনাশিল্পী এজন বিচাৰি উলিয়ালোঁগৈ। কিন্তু চীনা শিল্পীজনেও মই কোৱাৰ দৰে কামটো কৰি দিব নোৱাৰিব বুলি আশঙ্কা কৰিছিল। নক্সা আঁকি বুজাই দিয়া সত্বেও মোক সহায় কৰিবলৈ কোনোমতে মান্তি হোৱা নাছিল। কিন্তু চামৰাৰ আবৰণ এটা তৈয়াৰ কৰি লব নোৱাৰিলে মোৰ সকলো পৰিকল্পনাই ব্যৰ্থ হৈ যাব। মনচুনে চিৰদিনৰ কাৰণে দৃষ্টিশক্তি হেৰুৱাই পেলাব।

অৱশেষত মোৰ অনুৰোধত চৰ্ম্মশিল্পীজন মান্তি হৈছিল। পাতল চামৰা এটুকুৰাত মই আঁকি দিয়াৰ দৰে ৰক্ষা কবচটো তৈয়াৰ কৰি দিছিল। সমগ্ৰ মুখমণ্ডল ঢাক খোৱা এডোখৰ ডিম্বাকৃতিৰ চামৰাত উশাহ-নিশাহ লব পৰাকৈ বিন্ধা এটা কৰি দিয়াৰ বাহিৰে আন কাম নাছিল। কিন্তু সেই সাধাৰণ কামটোকে কৰিবলৈ চৰ্ম্মশিল্পীবোৰে কিয় আপত্তি কৰিছিল তেতিয়াহে বুজিলোঁ।

চৰ্ম্মশিল্পীজনক আশ্বাস দিছিলোঁ ঃ মই খুনী অথবা ডকাইত নহয়। চৰকাৰী চিকিৎসালয়ৰ চিকিৎসক। কোনোবা খুনী বা ডকাইতে এনেদৰে আবৰণ ব্যৱহাৰ কৰে যদিও মই নাজানো। তদুপৰি সমাজ-বিৰোধী লোকৰ কাৰণে চকুবন্ধ ৰক্ষা কবচৰ কিবা প্ৰয়োজন আছে বুলি মোৰ বিশ্বাস নহ'ল। ৰক্ষা কবচটো লৈ

হাস্পাতাল পাওঁতে প্ৰায় তিনিটা বাজিছিল। অলপ পিচতে কাকতি আহি পাবহি। গতিকে লৰালৰিকৈ আবৰণটো বীজাণু শোধন কৰি ললোঁ। ছাপ পৰিলেও যাতে চকুত কষ্ট নাপায় তাৰ বাবে 'কটনপেড' খুৱাই আৱৰণটো নাৰ্চ এজনীৰ চকুত বান্ধি পৰীক্ষা কৰি চালোঁ। ধুনীয়া ভাবে চকু-মুখত খাপ খাই পৰা আৱৰণটো দেখি মোৰ ভাল লাগিছিল।

সেই সময়তে কাকতি আহি মোৰ ওচৰ পাইছিল।

চকুৰ জুৰণি আৰু আৱৰণটোৰ ব্যৱহাৰ সম্পৰ্কে তেখেতক ভালদৰে বুজাই দি আগদিনা নিশাৰ কথা সুধিলোঁ। কথাবোৰ কৈ মোৰ প্ৰশংসাত কাকতি শতমুখ হৈ পৰিল। আগতে মোক লগ নধৰা বাবে নিজকে তিৰস্কাৰ কৰিছিল।

মৌন হৈ অস্ফুট ভাষাৰে ভগৱানক মই প্ৰাৰ্থনা কৰিছিলোঁ: হে ভগৱান! তুমি মোৰ সন্মান ৰক্ষা কৰা প্ৰভো। বেচেৰা-কাকতি যেন নিৰাশ হবলগীয়া নহয়। মনচুন যেন সুস্থ হৈ উঠে।

প্ৰত্যেক নিশাৰ খবৰ জনাই পিচদিনা ৰাতিপুৱা দহ বজাৰ অলপ পিচতে কাকতিয়ে মোলৈ ফোন কৰে। ঔষধ শেষ হলে হাস্পাতাললৈ আহি আকৌ লৈ যায়।

এনেদৰে কেবা সপ্তাহো পাৰ হৈ গ'ল। মনচুনক এবাৰ চাই আহিবলৈ কাকতিয়ে মোক কেবাদিনো অনুৰোধ কৰিছিল। কিন্তু যাম যাম বুলি ভাবিও মই যাব পৰা নাছিলোঁ। যাবলৈ ওলালেই কিবা নহয় কিবা এটা লেঠা আহি ওলায়হি। অৱশেষত কাকতিয়ে বিৰক্তি পাই সুধিছিল: তুমি মোৰ ঘৰলৈ নাযাওঁ বুলি শপত খাইছা নেকি।

মই হাঁহিছিলোঁ।

"কেলেই নাযাম ককাইদেউ? সময় পালেই এদিন যাম। বিশেষ অসুবিধা একো নাই কাৰণেহে যোৱা নাই। কিন্তু কিছুমান ৰোগীৰ ওচৰলৈ যে নগলেই নহয়।" কাকতিক জনাই কৈছিলোঁ।

আৰু মনতে নিজক কৈছিলোঃ আপুনি নোকোৱা হলেও মই যাম। গলোঁহে তেন। মনচুনক এবাৰ লগ পোৱাৰ হেঁপাহ মোৰো কম নহয়। তোমাৰ মুনক মই এদিন অকলশৰীয়াকৈ লগ পোৱাৰ বিশেষ প্ৰয়োজন।

.দিন আৰু পুৰণি হৈছিল।

কাকতিয়ে মোক বেয়া পাইছিল।

যোৱা এসপ্তাহমানৰ পৰা মনচুনৰ কোনো খবৰ পোৱা নাছিলোঁ। কাকতি মোৰ ওচৰলৈ অহা নাছিল। ফোনো কৰা নাছিল। মোক খং কৰি কাকতি অহা নাই। নহলে হয়তোৱা মনচুন আৰোগ্য হৈ উঠাৰ পিচত মোৰ কথা তেখেতসকলে পাহৰি গৈছে। অথবা মোৰ খবৰ লোৱাৰ প্ৰয়োজনবোধ কৰা নাই।

এদিন সন্ধিয়া।

মনচুনৰ ওচৰলৈ যাম বুলি কানি-কাপোৰ পিন্ধি ওলাওঁতেই গাড়ী এখন আহি মোৰ দুৱাৰমুখত ৰ'ল। গাড়ীখন চিনি পালোঁ। কাকতিৰ গাড়ী। কাকতি অহা বুলি বাৰাণ্ডালৈ ওলাই গলোঁ। কিন্তু নহয়। কাকতি অহা নাছিল। গাড়ীৰ চালকজনে চিঠি এখন মোলৈ আগবঢ়াই দিলে। খুলি চালোঁ। কাকতিয়ে লিখিছিলঃ

······তোমাক বোধহয় আৰু আমনি দিয়াৰ প্ৰয়োজন নহব। যি ভয় কৰিছিলোঁ অৱশেষত সেয়ে হল। তুমি, মই কোনোৱে মনচুনক ৰক্ষা কৰিব নোৱাৰিলোঁ।

কেইদিনমানৰ কাৰণে শিলঙৰ বাহিৰলৈ গৈছিলোঁ। আজি আহি পাইছোঁ। আহিয়েই গম পালোঁ মুনৰ সৰ্বনাশ হৈছে। যদি বেয়া নোপোৱা এবাৰ আহি যাবা। ইয়াৰ পিচত আমাৰ ঘৰলৈ আহিবলৈ তোমাক আৰু কোনো দিনেই অনুৰোধ নকৰোঁ।···

হুমুনিয়াহ এটা বৈ আহিল।

অসহ্য যন্ত্ৰণাত উশাহ বন্ধ হৈ যোৱা যেন লাগিল।

সেমেকা মন এটাৰে গাড়ীত উঠি বহিলোঁগৈ।

কাকতিক মই কি বুলি শান্তনা দিম? কি ক'ম? মোৰ হেলাৰ কাৰণেই যে মনচুনৰ সৰ্ব্বনাশ হ'ল সেই কথা কাকতিয়ে জানো সুধুজাকৈ আছে? তেখেতে জানো মোক ক্ষমা কৰিব পাৰিব?

প্ৰকাণ্ড বঙলা এটাৰ সম্মুখত গাড়ীখন ৰৈছিল। মই নামি গলোঁ। গাড়ীৰ শব্দ শুনি কাকতি বাহিৰলৈ ওলাই আহিব বুলি ভাবিছিলোঁ। কিন্তু নাহিল।

নিজকে বৰ দোষী দোষী যেন লাগিল। মনটো আৰু বেছি হতাশ হৈ পৰিল।

কিন্তু পিচ মুহূৰ্ত্ততে মই উচপ খাই উঠিছিলোঁ। সেয়া যেন সঁচা নহয়। অবিশ্বাস্য। মই ভুল দেখিছোঁ। দৃষ্টিশক্তিৰ ওপৰত বিশ্বাস মোৰ হেৰাই গ'ল।

গাড়ীৰ শব্দ শুনি হাঁহি হাঁহি বাহিৰলৈ ওলাই আহিছিল মনচুন। শুধ বগা সাজত পৰীৰ দৰে নিজকে সজোৱা মনচুনৰ চকুত গগলচ্ নাই। শুদা চকুযুৰিত সাগৰৰ দৰে নীলা ৰং। ইমান ধুনীয়া। ইমান আকৰ্ষণীয়।

পিচ মুহূৰ্ত্ততে মনটো আকৌ সেমেকি পৰিল।

দৃষ্টিশক্তি একেবাৰে হেৰুৱাই পেলোৱাৰ পিচত দিনৰ উজ্জ্বল পোহৰে মনচুনৰ চকুত কোনো প্ৰতিক্ৰিয়া কৰিব পৰা নাই। সেয়েহে গগলচৰ প্ৰয়োজন আৰু নাছিল। ভাবিছিলোঁ।

কিন্তু ইমান ধুনীয়া—ইমান সুন্দৰ চকু এযুৰিয়ে জানো দৃষ্টিশক্তি হেৰুৱাই পেলাব পাৰে? দৃষ্টিশক্তি হেৰুওৱা চকু জানো ইমান সুন্দৰ আৰু সজীৱ হৈ থকা সম্ভৱ?

অসহায়ৰ দৰে মনচুনৰ ওচৰলৈ আগবাঢ়ি গলোঁ। কিবা কোৱাৰ-সোধাৰ ভাষা মোৰ নাছিল। ঘৰৰ ভিতৰলৈ সোমাই যোৱাৰ ধৈৰ্য্যকণো মোৰ নহ'ল। বাৰাণ্ডাতে মনচুনৰ চকুৰ দুয়োটা পাহি মেলি নিৰিখি চালোঁ। ওচৰৰ কোনোবাই আমাক দেখি সুস্থ

ধাৰণা এটা যে লব নোৱাৰিব সেই কথা ভাবি চাবলৈকে মোৰ সময় নহ'ল।

মনচুনে আপত্তি কৰা নাছিল। শান্ত ছোৱালী এজনীৰ দৰে ওপৰ মুখকৈ মোলৈ চাই থিয় হৈ ৰ'ল। মই কিজানি মনচুনক তেনেদৰে বহু সময় ধৰি ৰাখিছিলোঁ। পৰীক্ষা কৰিছিলোঁ।

হঠাতে হাঁহি হাঁহি তাই কৈ উঠিল: কি চাইছে? মোক আকৌ দৃষ্টিহীনা কৰিব খুজিছে নেকি?

মই বিস্মিত হৈ পৰিছিলোঁ। খং, আনন্দ আৰু বিৰক্তিত নিজক পাহৰি গৈছিলোঁ। আনন্দ লাগিছিল: কাকতিয়ে লিখি জনোৱাৰ দৰে মনচুনৰ এতিয়াও সৰ্ব্বনাশ হোৱা নাই।

খং উঠিছিল: মিছাতে মোক ইমান চিন্তিত কৰি তোলাৰ কি প্ৰয়োজন আছিল? মই কিমান আঘাত পাব পাৰোঁ, সেই কথা এবাৰো ভাবি নাচালে কিয়?

কৰ্কশ সুৰত সুধিলোঁ: মিছা কথা লিখিছিল কেলেই? ককাইদেউ ক'ত?

ইতিমধ্যে আমি ঘৰৰ ভিতৰলৈ সোমাই গৈছিলোঁ। মনচুনে মোক বহিবলৈ কৈছিল।

"আপোনাৰ খং উঠিব বুলি জানো। বহকচোন। সকলো কম।"

মই বহিছিলোঁ।

"তেখেতে লিখিব খোজা নাছিল। মইহে তেনেদৰে জোৰকৈ লিখাইছিলোঁ। দোষ তেখেতৰ নহয়। মোৰ।"

"কিয়? আপোনালোকে এইবোৰ ল'ৰা-ধেমালি বুলি ভাবিছে নেকি?"

"নহলে আপুনি নাহে কেলেই?"

"ককাইদেউ ক'ত?"

ইমান কৰ্কশ সুৰত কথাবোৰ কৈছিলোঁ যে মই নিজেই ভয় খাই

গৈছিলোঁ। সেয়া যেন মোৰ মাত নহয়। আন কাৰোবাৰ কণ্ঠস্বৰ। কিন্তু মই কেনেকৈ ইমান নিষ্ঠুৰ হব পাৰিছিলোঁ। কব নোৱাৰোঁ।

মনচুন শেঁতা পৰি গ'ল। মৌন হৈ ৰ'ল।

মোৰ বেয়া লাগিল।

অনুশোচনাত মন ভৰি পৰিল। বেচেৰীয়ে কান্দো কান্দো হৈ খিৰিকীৰে দূৰৰ আকাশখনলৈ চাই চাই হয়তো ভাবিছিল: মই মানুহ নহয়। নিষ্ঠুৰ পশু।

মই ভাবিছিলো: অসহনীয় পৰিবেশটো পাতলাবলৈ আমাৰ কোনোবাই কথা কোৱা উচিত। মনচুনে মোক গালি পাৰক। মোৰ অভদ্ৰ ব্যৱহাৰটোৰ কাৰণে তিৰস্কাৰ কৰক।

কিন্তু আমি কেৱে কথা কব নোৱাৰিলোঁ।

আমাৰ মাজত বহু সময়ৰ নীৰৱতা।

মোৰ অসহ্য লাগিছিল। নীৰৱ মুহূৰ্ত্তবোৰে বিন্ধিছিল। অৱশেষত নীৰৱতা ভাঙি কোমল সুৰত কলোঁ: কথা কওঁক।

"কি কম? মই আপোনাৰ ৰোগী। আপুনি মোৰ চিকিৎসক। আমাৰ সমন্ধ ৰোগী আৰু চিকিৎসকৰ। তাৰ বাহিৰে আমাৰ আন কোনো পৰিচয় নাই। থাকিব নোৱাৰে।···আপুনি বহক। কাকতি এতিয়াই আহি পাবহি।"

মোৰ কথাত মনচুন যে অত্যন্ত ক্ষুণ্ণ হৈ পৰিছিল বুজিলোঁ।

মোৰ সহ্য নহ'ল। অনুতাপত জৰ্জ্জৰিত হৈ আঁতৰি যাব খোজা মনচুনৰ হাতখনত থাপ্ মাৰি ধৰি মাতিলোঁ: মুন।

এটা মৰম কোমল মাত।

মনচুন থমকি শান্ত কোমল চাৱনি এটাৰে মোলৈ চাই ৰ'ল।

"তুমি মোক খং কৰিছা মুন?"

মোৰ মাতত অনুনয়ৰ সুৰ। পৰাজয়ৰ গ্লানিমিশ্ৰিত ধ্বনি।

মনচুনে কোনো উত্তৰ দিয়া নাছিল।

"কোৱা মুন, তুমি মোক খং কৰিছা?"

"ওহোঁ। কওক, সদায় আপুনি মোক মুন বুলি মাতিব ?"

তেতিয়াহে মোৰ মনত পৰিল ঃ মুন, মুন নহয়। নবৌ। তুমি নহয় আপুনি।

মই কি উত্তৰ দিম ভাবি নাপালোঁ।

মনচুনৰ দৰে মোৰ চকুতো বোধহয় ফুটি উঠিছিল এটা মৰম কোমল চাৱনি। চকুৰ ভাষাৰেই মই বুজাবলৈ যত্ন কৰিছিলোঁ ঃ তুমি মোৰ জীৱনৰ জোন। যৌৱনৰ সুৰ। কিন্তু কাকতিয়ে কি ভাবিব ? কাকতিৰ সম্মুখত মই কেনেকৈ তোমাক মুন বুলি মাতিম ? তুমি বুলি কম ? মনচুনে মোৰ সেই চকুৰ ভাষা বুজিছিল নে নাই নাজানো।

তাৰ পিচত বহু সময়ৰ নীৰৱতা।

ইতিমধ্যে মনচুন মোৰ সম্মুখৰ চ'ফা এখনত বহি পৰিছে।

"সিদিনা ৰাতিৰ কথাবোৰ ককাইদেউক কৈছা নেকি মুন ?"

"যাঃ। মই কব নোৱাৰোঁ। আপুনি ইমান দুষ্ট পাই।"

"মই তোমাক কি দুষ্টামি কৰিলোঁ ?"

"কৰা নাই ? সিদিনা আঙুলিত চিকুটি দিছিল কেলেই ?"

কব খুজিছিলোঁ ঃ ক'তা ? মইতো চিকুটি দিয়া নাই।

নকলোঁ। হাঁহিলোঁ।

সঁচা কথা ঃ গগলচ্‌ যোৰ পিন্ধাই দিওঁতে মোৰ আঙুলিটো মনচুনৰ আঙুলিত লাগিছিল। কিন্তু চিকুটি দিয়া নাছিলোঁ।

কাকতি ক'ৰবাৰ পৰা আহি বাটৰ পৰাই চিঞৰি সুধিছিল ঃ হেৰা, অঙ্কুৰ আহিল নে নাই হে ?

আমি সচেতন হৈ বহিলোঁ।

কাকতি ভিতৰলৈ সোমাই আহিল। মোক দেখি কৈ উঠিল ঃ অৱশেষত তোমাৰেই জয় হ'ল মুন।

কাকতিৰ মুখলৈ চালোঁ। অৰ্থ ঃ মই একো বুজা নাই। তেখেতে বোধহয় মোৰ মনৰ কথাটো বুজি পাইছিল। মোৰ ওচৰত

ক্ষমা বিচাৰি অপৰাধীৰ সুৰত কৈ উঠিল: মোক বেয়া নাপাবা অঙ্কুৰ। তেনেদৰে তোমাক মাতি অনা কাৰণে মোৰ গাত কোনো দোষ নাই। তেনেদৰে মই লিখিব খোজা নাছিলোঁ। মনচুনে জোৰকৈ লিখাইছিল। বিশেষকৈ আজিৰ দৰে তাৎপৰ্য্যপূৰ্ণ দিন এটাত তেনেকুৱা অমঙ্গলীয়া কথা এষাৰ লিখিবলৈ মই অকণো ভাল পোৱা নাছিলোঁ।

দিনটো কিয় তাৎপৰ্য্যপূৰ্ণ সুধিলোঁ।

কাকতিয়ে বুজাই কৈছিল।

তেনে এটা দিনতে মনচুনৰ জন্ম হৈছিল।

সকৰে পৰা জাকজমককৈ পতা এই উৎসৱটোলৈ মুনে বহুতকে নিমন্ত্ৰণ কৰে। কিন্তু এইবাৰ মোৰ বাহিৰে আন কাকো নিমন্ত্ৰণ কৰা নাই। সেই কাৰণে মই নেযাম বুলি ভাবি মোক তেনেদৰে মাতি নিছিল।

অপ্ৰয়োজনীয় কথা বন্ধ কৰি আমি প্ৰয়োজনীয় কথাৰ আলোচনা কৰিছিলোঁ। কাকতিৰ মতে মুন সম্পূৰ্ণৰূপে ভাল হৈ গৈছিল। তেখেতে এতিয়া নিশ্চিন্ত। কিন্তু মই নিশ্চিন্ত হব পৰা নাছিলোঁ। আৱৰণটো পৰীক্ষা কৰি চালোঁ। আৱৰণটোৰ গাত বেজীৰ খোচৰ দৰে অসংখ্য সৰু সৰু দাগ। ৰক্ষা কবচটোৰ কাৰণে যে মুনে চকুত আঘাত পোৱা নাই সেই কথা বুজিবলৈ মোৰ অকণো টান নালাগিল। কিন্তু আৱৰণটোৰ ব্যৱহাৰ বন্ধ কৰিলে আকৌ আগৰ দৰে অত্যাচাৰ আৰম্ভ হব। উপৰ্য্যুপৰি আঘাতত দৃষ্টি শক্তিত ব্যাঘাত জন্মিব। ভবিষ্যত বিপদৰ আশঙ্কা দূৰ কৰিবলৈ মনচুনৰ জীৱনলৈ স্বাভাৱিক অৱস্থা ফিৰাই অনাৰ প্ৰয়োজন। মোৰ বিশ্বাস হৈছিল: উৎপীড়ন বন্ধ কৰিব নোৱাৰিলে মুনে কেতিয়াও স্বাভাৱিক অৱস্থা ফিৰাই নাপায়। উৎপীড়নৰ গুপ্ত ৰহস্য উদ্‌ঘাটন কৰাৰ বাহিৰে চিকিৎসাৰ আন কোনো পথ নাই। তাৰ বাবে নিদ্ৰিতা মনচুনৰ ওচৰত মোৰ উপস্থিতিৰ আৱশ্যক। প্ৰয়োজন সূক্ষ্ম—পৰ্য্যবেক্ষণৰ।

কাকতিক কথাবোৰ বুজাই কলোঁ। অন্ততঃ দহদিনমানৰ কাৰণে হাস্পাতালৰ অকলশৰীয়া পেয়িংৰুম এটাত মনচুনক ৰাখিব পাৰিব নে নাই সুধিলোঁ। কাকতিয়ে আপত্তি কৰা নাছিল। কিন্তু মনচুন কোনোমতেই মান্তি নহ'ল। সুস্থ মানুহ এজনী তেনেদৰে হাস্পাতালত কেতিয়াও থাকিব নোৱাৰে। হাস্পাতালত থকাৰ কথা কলেই তাইৰ মৰি যাওঁ মৰি যাওঁ যেন লাগে। ঘিণ, ভয় আৰু অশান্তিত ৰাতি টোপনি নাহে। পেয়িংওৱাৰ্ড হলেও মনচুনৰ কাৰণে হাস্পাতাল হাস্পাতালেই। অৱশ্যে হাস্পাতালতকৈ অকলশৰীয়া নিৰ্জ্জন কোঠা এটাত ৰখাটো বেছি প্ৰশস্ত। হাস্পাতালত থাকিলে সকলোৱে জানিব। মুনে লাজ পাব। তদুপৰি ইমানবোৰ ৰোগীৰ মাজত এজনৰ প্ৰতি বিশেষভাৱে চকু ৰখাও সম্ভৱ নহয়। আনবোৰ ৰোগীয়ে ভুল বুজিব। আপত্তি কৰিব। হাস্পাতালৰ ব্যস্ত পৰিবেশৰ মাজত মুনৰ চকুত উৎপীড়ন নহ্‌বও পাৰে।

অৱশেষত কাকতিয়ে উপায় এটা বিচাৰি উলিয়াইছিল। মই আপত্তি কৰিছিলোঁ। কাৰণ কোৱাৰ্টাৰ এৰি ৰাতি বাহিৰত থকাত মোৰ যথেষ্ট আপত্তি আছিল। কিয়নো কোন মুহূৰ্ত্তত হাস্পাতালত আমাৰ প্ৰয়োজন হৈ পৰে তাৰ কোনো নিশ্চয়তা নাই।

প্ৰয়োজনীয় সময়ত কোৱাৰ্টাৰত নাপালে কৰ্তৃপক্ষ অসন্তুষ্ট হোৱা স্বাভাৱিক।

কিন্তু কৰ্তৃপক্ষৰ পৰা অনুমতি আদায় কৰাৰ দায়িত্ব লৈ কাকতিয়ে তেখেতৰ প্ৰস্তাৱত সন্মতি দিবলৈ মোক বাধ্য কৰাইছিল। কেইদিনমানৰ কাৰণে ৰক্ষা কবচৰ ব্যৱহাৰ বন্ধ ৰাখিবলৈ কৈ মই আঁতৰি আহিছিলোঁ।

পিচদিনা।

কাকতিয়ে খবৰ দিছিল: যোৱা নিশা কোনো অস্বাভাৱিক পৰিস্থিতিৰ উদ্ভৱ হোৱা নাছিল। মনচুনে চিঞৰা নাই। আৱৰণটো নিপিন্ধাকৈ মুনে শুব পাৰিছে।

দ্বিতীয় দিনাও সেই একে উত্তৰ।

তৃতীয় দিনা অৱস্থাই ৰূপ সলাইছিল।

ঃ টোপনিত মুনে আগৰ দৰে চিঞৰা নাছিল যদিও চকুত আঁচোৰৰ দাগ ছুটা নে এটা লাগিছে।

মই নিঃসন্দেহ হৈ পৰিছিলোঁ। ঃ মনচুন সুস্থ হোৱা নাই। ৰক্ষা-কবচ আঁতৰাই থলেই আকৌ আগৰ অৱস্থাই নতুন ৰূপ লব।

তাৰ পিচতো আৰু কেইদিনমান ৰক্ষাকবচ ব্যৱহাৰ নকৰিবলৈ কৈছিলোঁ। অৱস্থাই কেনে ৰূপ লয় তালৈ লক্ষ্য ৰাখিবলৈ কলোঁ। কিন্তু মোৰ অনুমানটোৱে সঁচা হ'ল।

আকৌ আৰম্ভ হ'ল পুৰণি ঘটনাৰ পুনৰাবৃত্তি।

মোৰ মনত আৰু এটা নতুন চিন্তাই পোখা মেলি উঠিল।

এই অত্যাচাৰৰ আৰম্ভণী ক'ত? উৎপীড়নৰ ৰহস্য কি? নিবৃত্তিৰ উপায় জানো মই উদ্ভাৱন কৰি উলিয়াব পাৰিম?

॥ সাত ॥

ৰাজধানীৰ বুকুত চাঞ্চল্যৰ সৃষ্টি হৈছিল।

ময়ো কম বিস্মিত হোৱা নাছিলোঁ।

চহৰৰ সোঁমাজত আবিষ্কাৰ হোৱা যুৱতী এগৰাকীৰ মৃতদেহটোৱে প্ৰত্যেকজন নগৰবাসীৰ মনত কৌতূহলৰ সৃষ্টি কৰিছিল।

এজনী ৰূপহী যুৱতী। নিৰাভৰণ। গাত খুন-জখমৰ কোনো চিন নাই। অথচ মৃত। এটা ৰহস্যপূৰ্ণ ঘটনা। অচিন মৃতদেহটোৱে সেই ৰহস্য আৰু বেছি ঘনীভূত কৰি তুলিছিল।

মৃতদেহটোক কেন্দ্ৰ কৰি ৰাজধানীৰ বুকুত সৃষ্টি হৈছিল এটা উতপ্ত আলোচনা। স্থানীয় জনজাতীয় লোকসকলে ভাবিলে: এয়া উদ্‌খাৰৰ কাম। অজনজাতীয়সকলে ভাবিলে: কোনোবা জনজাতীয় লোকৰ কাণ্ড। সেই অজুহাত লৈয়ে মধ্যবিত্ত শ্ৰেণীৰ চাকৰিয়ালসকলে ৰাজধানীখন ভৈয়ামলৈ নমাই নিনিয়াৰ কাৰণে নিজৰ পাণ্ডিত্য-পূৰ্ণ (?) যুক্তিৰে চৰকাৰক সমালোচনা কৰিলে। এটা চোকা সমালোচনা। সমালোচনা শুনি বহুতে ভাবিলে: সঁচা কথা, ৰাজধানীখন শ্বিলঙত ৰখাৰ কোনো যুক্তি নাই। ইয়াত জীৱনৰ নিৰাপত্তা নাই। এই মুহূৰ্ত্তে চৰকাৰে ৰাজধানীখন আঁতৰাই নিয়ক। যেন ৰাজধানীখন পোহাৰীয়ে বেচিবলৈ অনা বজাৰৰ মাছহে। বজাৰৰ পৰা মাছটো দাঙি অনাৰ দৰেই ৰাজধানীখনো ইচ্ছামতেই দাঙি নিব পাৰি। তেওঁ-লোকৰ মনত সেই মুহূৰ্ত্তত ধাৰণা হ'ল চৰকাৰে যেন ৰাজধানীখন নমাই নিবলৈ ইতিমধ্যে যো-জা কৰিছেই। তেওঁলোকেও ঘৰলৈ উভতি গৈ টালি-টোপোলা বান্ধিব লাগিব।

"থোৱাহে তোমাৰ সমালোচনা। ৰাজধানীখন তললৈ নমাই নিলেই আমি ৰামৰাজ্য নাপাওঁ। মানুহৰ চৰিত্ৰৰ পৰিবৰ্ত্তন নহলে ক'তো শান্তি নাই। তৈয়ামৰ চহৰবোৰত খুন-ডকাইতি আৰু হোৱাই নাই?" কোনোবা এজনে ভেকাহি মাৰি কৈছিল।

'নক্সালাইট' মানে কি ভালদৰে বুজি নোপোৱা কিন্তু কেতিয়াবা কাৰোবাৰ মুখত শুনা শব্দটোৰে নিজৰ পাণ্ডিত্য জাহিৰ কৰিব খোজা এজনৰ গম্ভীৰ মন্তব্য : এইবোৰ নক্সালাইটৰ কাম।

বিভিন্নজনৰ বিভিন্ন সমালোচনা। বিভিন্ন মতামত। প্ৰত্যেকে নিজৰ ধাৰণাটোকে সঁচা বুলি প্ৰমাণ কৰিবলৈ সৃষ্টি কৰিছিল বিভিন্ন কাহিনী। ভিত্তিহীন মুখৰোচক মনে সজা যুক্তিৰ অৱতাৰণা।

আটাইৰে চকু-মুখত বিভিন্ন ভাবৰ খেলিমেলি প্ৰতিক্ৰিয়া। খং, আক্ৰোশ, ঘৃণা-তাচ্ছিল্যৰ সানমিহলি প্ৰতিচ্ছবি।

মৃতদেহটো পুলিচে আবিষ্কাৰ কৰা নাছিল। 'ঘোঁৰা দৌৰ' খেল-পথাৰৰ তিনি ফাৰ্লঙৰ খুটিৰ ওচৰত আবিষ্কাৰ কৰিছিল প্ৰাতঃভ্ৰমণৰ কাৰণে বাহিৰলৈ ওলাই অহা টোপনি গধুৰ চকুৰ পতাৰ এজন কলেজীয়া ছাত্ৰই।

ওচৰত চেণ্টেল ৰিজাৰ্ভড্ পুলিচৰ অস্থায়ী আড্ডা। বাহৰ চাৰিওফালে চৰকাৰী কৰ্ম্মচাৰী আৰু নাগৰিকসকলৰ বাসস্থান। শাৰী শাৰী সৰলৰ তলে তলে শাৰী শাৰী ঘৰ। অলপ দূৰত তথাগত বুদ্ধৰ অহিংসা আৰু শান্তিৰ বাণী প্ৰচাৰ কৰা বৌদ্ধবিহাৰ। ঠিক পিচফালৰ টিলাটোৰ ওপৰত মুখ্যমন্ত্ৰীৰ বাসভবন। জুৰিৰ পিচফালে ৰাজপথটোৰ সিপাৰত ভ্ৰমণকাৰীসকলৰ কাৰণে চৰকাৰে সজোৱা আবাস ভবন।

পুলিচৰ সন্দেহ হৈছিল। কিন্তু প্ৰমাণ নাছিল।

পুলিচ বিষয়াৰ মনৰ প্ৰশ্ন : ঘটনাস্থলীৰ উহ ক'ত? কেন্দ্ৰীয় ৰিজাৰ্ভড্ পুলিচৰ বাহৰ, ভ্ৰমণকাৰীৰ আবাস ভবন, অস্থায়ী বজাৰখনৰ ৰেষ্টুৰাণ্ট, নাগৰিকসকলৰ বাসভবন নে বৌদ্ধবিহাৰ? হয়তোবা

কোনোটোয়ে নহয়। বুঢ়া পাহাৰত হত্যা কৰা কাৰোবাৰ মৃতদেহ ৰৰাপানীত ওলায়। দার্জ্জিলিঙত চুৰিৰ আঘাতত মৃত্যু হোৱা নাৰীদেহ আমিনগাৱঁত।

পুলিচ ভ্যানখন ৰোৱাৰ লগে লগে পথচাৰীৰ দলে হাস্পাতালৰ-সম্মুখত জুম বান্ধিছিল। পিচলৈ উভতি চাবলৈ সময় নোহোৱা অফিচমুখী ব্যস্ত কর্ম্মচাৰী দলৰো যেন অফুৰন্ত সময়। হাস্পাতালৰ সম্মুখত এঘণ্টা-দুঘণ্টা বৈ যোৱাত কাৰো অকণো আপত্তি নাই। ক্ষতি নহয়। কিন্তু আটাইৰে মনত কৌতূহল। আটাইবোৰ মৰণোত্তৰ প্রতিবেদনৰ অপেক্ষাত উৎকীর্ণ। হত্যাকাৰী যেন ধৰা পৰি গৈছে। পুলিচে হত্যাকাৰীক হাতে-ভৰিয়ে বান্ধি জুমটোৰ সম্মুখত থিয় কৰাই থৈছে। মৰণোত্তৰ প্রতিবেদনখন পালেই যেন হত্যাকাৰীৰ ওপৰত আটাইবোৰ জঁপিয়াই পৰিব।

মোৰ সম্মুখৰ দীঘল টেবুলখনত এজনী সদ্যমৃতা যুৱতী নাৰীৰ দেহ। গাৰ কেঁচা গোন্ধটো তেতিয়াও মাৰ যোৱা নাই।

মই বিচলিত হৈ পৰিছিলোঁ।

উলঙ্গ যুৱতী গৰাকীৰ প্রত্যেকটো অঙ্গ-প্রত্যঙ্গ নিৰিখি চালোঁ। ভাব হৈছিল ঃ যুৱতী গৰাকী যেন মৃতা নহয়। জীয়া। দেহত জীয়া মানুহৰ উত্তাপ। শ্বাস-প্রশ্বাসৰ কম্পন। শিৰা-উপশিৰাত ৰক্ত প্রৱাহ।

মৰণোত্তৰ পৰীক্ষাৰ কোনো প্রয়োজন নাছিল। যি কোনো মানুহেই কৈ দিব পাৰিলেহেঁতেন ঃ তাইৰ মৃত্যুৰ কাৰণ আন একো নহয়। একাধিক ক্ষুধিত বাঘৰ পাশৱিক অত্যাচাৰ।

তথাপি পৰীক্ষা কৰিছিলোঁ। কাৰণ পৰীক্ষা কৰা উচিত। পৰীক্ষা কৰা নিয়ম।

তাৰ কেইদিনমান পিচৰ এটা নিশা।

গুৰুতৰ বিপদ এটাৰ সম্মুখীন হৈছিলোঁ। আন এটা ঘটনা ঘটিছিল।

ৰাতি তেতিয়া প্ৰায় দোভাগ।

সিদিনাৰ কাকতৰ শেষ বাতৰিটো পঢ়ি কাগজখন সামৰি থব খুজিছিলোঁ। সেই মুহূৰ্ত্ততে দুৱাৰত কোনোবাই টুকুৰিয়াইছিল।

নিশ্চয় হাস্পাতালৰ চকিদাৰ। গুৰুত্বপূৰ্ণ নতুন কেচৰ খবৰ লৈ মোৰ ওচৰলৈ আহিছে। আকৌ হাস্পাতাললৈ দৌৰিবলগীয়া হোৱাত মনটো এঙাই গ'ল।

উঠি গৈ দুৱাৰখন খুলি দিলোঁ।

চকিদাৰ নহয়। শান্তনু।

মই অবাক হৈ শান্তনুৰ মুখৰ পিনে চাই ৰলোঁ। এই গভীৰ ৰাতি মোৰ ওচৰত শান্তনুৰ কি প্ৰয়োজন ? মই শঙ্কিত হৈ পৰিছিলোঁ। শান্তনু সোমাই আহি ভিতৰৰ পৰা দুৱাৰখন বন্ধ কৰি দিছিল।

"ইমান ৰাতি ? আপুনি......।"

"এৰা। আপুনি মোক এদিন মাতিছিল। আপোনাৰ বোধহয় মনত আছে।"

"কিন্তু ইমান ৰাতি......।" মই শেষকৈ কব নোৱাৰিলোঁ।

ভয়ত অণ্ঠ-কণ্ঠ শুকাই গ'ল। শান্তনুৱে কোনো অসৎ উদ্দেশ্য লৈ অহা নাইতো ?

"এৰা, দিনতকৈ ৰাতিহে মোৰ কাৰণে প্ৰশস্ত। সেয়েহে আপোনাক ইমান ৰাতি আমনি কৰিবলগীয়া হ'ল। বহিব পাৰোঁ নে ?"

মই সম্মতি জনাইছিলোঁ। চলিহা বহিল।

নিস্তব্ধ মুহূৰ্ত্ত কেইটামান পিচলি গ'ল।

শঙ্কিত মনটোৱে কাণৰ কাষত ফুচ্ফুচাই কৈছিল: শান্তনুৱে নিশ্চয় সজ উদ্দেশ্য লৈ অহা নাই। ক্ষন্তেক পিচতে পেণ্টৰ জেপৰ পৰা উলিয়াই লব এখন দীঘল খোলা চুৰি। চক্‌চকীয়া। হয়তোবা এটা গুলী ভৰোৱা পিষ্টল।

শান্তনুৰ হাতৰ পৰা ৰক্ষা পোৱাৰ তেন্তে উপায় কি ?

চিঞৰি দিম নেকি ?

কিন্তু চিঞৰিবলৈ নৌপাওঁতেই যদি পিষ্টলৰ টিগাৰ কঁপি উঠে। হাতৰ দীঘল চুৰিখন প্ৰচণ্ড গতিৰে মোৰ বুকুলৈ আগুৱাই আহে ?

মনৰ সকলো সাহস সঞ্চয় কৰি স্বাভাৱিক হোৱাৰ যত্ন কৰিলোঁ। সংযত হৈ চলিহাৰ মুখলৈ চালোঁ। শান্তনুৰ চকুত কোনো ক্ৰূৰতা নাই। আছে উদ্‌বিগ্নতাঃ সমাধান বিচাৰি নোপোৱা সমস্যা সমাধানৰ চিন্তা।

"চাওঁক ডাক্তৰ, টকাৰ কাৰণে আপোনালোকে বহুত কাম কৰিব পাৰে।"

শান্তনুৱে কোৱাৰ পৰা থমকি অৰ্থপূৰ্ণ দৃষ্টি এটাৰে মোলৈ চাই ৰ'ল। বুজিলোঁ; এয়া ভূমিকা। নবনীতাৰ মৰণোত্তৰ প্ৰতিবেদনৰ কথা সোঁৱৰাই দিয়াৰ ইঙ্গিত। মোৰ ওপৰত প্ৰতিশোধ লোৱাৰ বাবে শান্তনুৰ আত্মপ্ৰস্তুতি।

মোৰ মুখত মাত নাছিল।

চৰম মুহূৰ্ত্ত এটাৰ কাৰণে ময়ো প্ৰস্তুত হৈছিলোঁ। সম্ভাব্য বিপদৰ সৈতে মুখা-মুখি হোৱাৰ মানসিক প্ৰস্তুতি।

"উপযুক্ত পাৰিশ্ৰমিকৰ বিনিময়ত আপুনি মোক কাম এটা কৰি দিব লাগে। কওঁক পাৰিব ?"

শান্তনুৰ প্ৰস্তাৱটো শুনি মনৰ শঙ্কা বহুখিনি আঁতৰি গৈছিল। কিন্তু সন্দেহ আঁতৰি যোৱা নাছিল।

কলোঁঃ কি কাম, নজনা নুশুনাকৈ কেনেকৈ কম ?

কামটোৰ কথা শান্তনুৱে কৈছিল।

মই শিহৰি উঠিছিলোঁ। শান্তনু ঘৰত সোমোৱাৰ লগে লগে যিমান ভয় খোৱা নাছিলোঁ তাতকৈও বেছি ভয় খাইছিলোঁ। শঙ্কিত হৈ পৰিছিলোঁ।

অস্ত্ৰোপচাৰ কৰি কৰওনৰ পৰা পিষ্টলৰ গুলী এটা উলিয়াই দিয়া মোৰ কাৰণে একো টান কথা নহয়। কিন্তু নিৰ্জ্জন কোঠাত অতি গোপনীয়ভাৱে কৰিবলগীয়া অপাৰেশ্যনৰ অৰ্থ কি হব পাৰে বুজিবলৈ

মোৰ অকণো টান নালাগিল। মই সম্মতি দিলে শান্তনুৱে আহত-জনক মোৰ ওচৰলৈ লৈ আহিব। অপাৰেশ্যনৰ পিচত আকৌ লৈ যাব।

প্ৰকৃত ঘটনাটোৰ বিষয়ে শান্তনুৱে নকলেও মই অনুমান কৰিছিলোঁ। শান্তনু বোকাত নামিছে। গেৰেকনিত লেটি লৈছে। শান্তনুৰ কথাত মান্তি হোৱা আৰু কাঁচী কাঠত ডিঙি পাতি দিয়া একে কথা। চাকৰিতো সাধাৰণ কথা।

কিন্তু মান্তি নহলে যদি শান্তনুৱে মোৰ ওপৰত প্ৰতিশোধ লয়।

চয়তানী বুদ্ধি এটা মনলৈ আহিল। তাৰ বাহিৰে আত্মৰক্ষাৰ আন উপায় নাছিল। নিৰুপায় হৈ সম্মতি জনাই কলোঁ: মোৰ কোনো আপত্তি নাই। আপোনাক সহায় কৰিবলৈ পালে মই বৰং আনন্দ পালোঁহেঁতেন। কিন্তু যন্ত্ৰপাতি ক'ত পাম? প্ৰয়োজনীয় দৰৱ আৰু অন্যান্য সা-সঁজুলি?

মই জানিছিলোঁ তেনেদৰে কলে শান্তনু নিশ্চয় বিপাঙত পৰিব। অস্ত্ৰোপচাৰৰ বাবে প্ৰয়োজনীয় সা-সৰঞ্জাম হাস্পাতালত থাকে। চিকিৎসকৰ ঘৰত নাথাকে।

শান্তনু মোৰ ওচৰৰ পৰা বিদায় লৈ আঁতৰি গৈছিল। যোৱাৰ সময়ত মাথোন কৈছিল: এপাৰেটাচ্ পালে আপোনাৰ কোনো আপত্তি নাই—নহয় ডাক্তৰ?

কলোঁ: নাই।

শান্তনুৱে ভাবিছিল মই সঁচা কৈছিলোঁ। ফাঁকি দিয়া নাই। দৰব আৰু যন্ত্ৰপাতি পোৱা হলে শান্তনুক মই নিশ্চয় সহায় কৰিলোঁহেঁতেন।

শান্তনু আঁতৰি যোৱাৰ পিচত নিজৰ টেঙৰালিত মই নিজে হাঁহিছিলোঁ। নিশ্চিত মৃত্যুৰ পৰা ৰক্ষা পাই স্বস্তিৰ নিশ্বাস এটা পেলালোঁ। ভাবিলোঁ: ধুমুহা পাৰ হৈ গ'ল।

মাথোন কেইচেকেণ্ডমানৰ বিৰতি।

বহাৰ পৰা উঠি গৈ হুৱাৰখন বন্ধ কৰিব খুজিছিলোঁ। কিন্তু বন্ধ কৰাৰ সময় নাপালোঁ। বন্ধ কৰিব খোজা হুৱাৰখনৰ পাত হুচলা ঠেলি আকৌ সোমাই আহিল শান্তনু। শান্তনুৰ লগতে আৰু হুজন মানুহ। মানুহ হুজনৰ কোলাত দাং-দোলাকৈ অনা আন এজন ব্যক্তি।

মই বিচুৰ্ত্তি খাই গলোঁ। হতভম্ব হৈ পৰিলোঁ।

শান্তনুৱে হুৱাৰখন আকৌ বন্ধ কৰি দিছিল। কাম আৰম্ভ কৰিবলৈ কৈ চামৰাৰ হাতবেগ এটা মোলৈ আগবঢ়াই দিছিল?

মই কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰিছিলোঁ।

অসহায়ৰ দৰে শান্তনুৰ চকুলৈ চালোঁ।

"এই বেগটোত আপোনাৰ প্ৰয়োজনীয় বস্তু আটাইবোৰ আছে। ডাঙৰ ডাঙৰ হাস্পাতালবোৰত ৰাতিও অপাৰেশ্যন হয়। কিন্তু শ্বিলঙত নহয়। সেই কাৰণে হাস্পাতালৰ পৰাই অস্ত্ৰপাতিবোৰ লৈ আহিছোঁ। কিন্তু কেৱে নাজানে। কাম শেষ হোৱাৰ পিচত আকৌ থৈ আহিম। বিপদৰ কোনো ভয় নাই।"

বেগটো খুলি চলোঁ। চুৰি, কেচি, চেপেনা, বেজী, ক্যাট গাটৰ পৰা আৰম্ভ কৰি তুলা পৰ্য্যন্ত প্ৰয়োজনীয় বস্তু আটাইবোৰেই আছে। এনাচ্‌থেচিয়া, স্পিৰিট, ডেটল, গজ আদিৰ লগতে এখন দীঘল পানী কাপোৰ। অপাৰেশ্যনৰ অভিজ্ঞতা থকা কোনোবা মানুহে যে যন্ত্ৰপাতিবোৰ অনাত শান্তনুক সহায় কৰিছিল সেই বিষয়ে মই সুনিশ্চিত।

কিন্তু কোনে? এয়া হাস্পাতালৰ কৰ্ম্মচাৰীৰ বাহিৰে আন মানুহৰ কাম হব নোৱাৰে।

মই নিৰুপায় হৈ পৰিছিলোঁ।

নিজকে চতুৰ বুলি ভাবি কি মূৰ্খামি কৰিছিলোঁ তেতিয়াহে উপলব্ধি হ'ল। ফাঁকি দিয়াৰ উপায় নাছিল? অৱশ্যে ভিতৰৰ পৰা আহোঁ বুলি পিচ হুৱাৰেৰে গলাই যাব পাৰোঁ। পুলিচক খবৰ দিব

পাৰোঁ। কিন্তু লাভ একো নহব। পুলিচে মোকেই সন্দেহ কৰিব। কাৰণ শান্তনুহঁতৰ সৈতে জড়িত নথকা হলে আহত ব্যক্তিজনক মোৰ ঘৰত সোমাবলৈ কেতিয়াও নিদিলোঁহেঁতেন। অস্ত্ৰোপচাৰৰ আহিলা-পাতিবোৰ মই অনা বুলিহে প্ৰমাণিত হব।

'ইন্‌চাফিচিয়েণ্ট লাইট' বুলি মৃদু আপত্তি এটা কৰিলোঁ। কিন্তু আহতজনক কঢ়িয়াই অনা মানুহ এজনে হাতৰ তিনি বেটাৰীৰ টৰ্চটো দেখুৱাই মোৰ মুখৰ মাত বন্ধ কৰি দিছিল।

বিপদ যিমান সোনকালে আঁতৰাব পাৰি সিমানে মঙ্গল। আমি আটাইবোৰ ভিতৰলৈ সোমাই গলোঁ। ডাইনিং টেবুলখনৰ বাহিৰে ওখ আৰু দীঘল আন টেবুল নাছিল। লৰালৰিকৈ টেবুলখন ঠিক কৰি পানী কাপোৰখন পাৰি দিলোঁ।

আমি যেতিয়া আজৰি হৈছিলোঁ নিশা তেতিয়া তিনিটা বাজি গৈছিল। শান্তনুৱে মোক আমনি দিয়াৰ কাৰণে ক্ষমা বিচাৰি এশটকীয়া নোট দুখন মোলৈ আগবঢ়াই দিছিল। মই আপত্তি কৰিছিলোঁ। "চাওঁক ডাক্তৰ, এয়া মোৰ কাম নহয়। কেতিয়াবা মোৰ কামৰ কাৰণে আপোনাৰ ওচৰলৈ আহিলে পাৰিশ্ৰমিক নাযাচো বাৰু।"

"মানে ?" বিস্মিত হৈ শান্তনুক প্ৰশ্ন কৰিছিলোঁ।

শান্তনুৱে হাঁহিছিল। এটা ম্লান শেঁতা হাঁহি।

"সমাজত দুই শ্ৰেণীৰ মানুহ আছে। এশ্ৰেণী ভাল মানুহৰ মুখা পিন্ধা বেয়া মানুহ। আন শ্ৰেণী মুখা নিপিন্ধা বেয়া মানুহ। প্ৰত্যেকে প্ৰত্যেকক ঘৃণা কৰে। নিজক ভাল মানুহ বুলি ভাবি আন শ্ৰেণীক বেয়া মানুহ বুলি কয়। সমাজত অৱশ্যে ভাল মানুহৰ মুখা পিন্ধা বেয়া লোকৰ সংখ্যাই সৰহ। তুমিই কোন শ্ৰেণীত পৰোঁ নাজানো। কিন্তু এখেতসকল মুখা নিপিন্ধা বেয়া মানুহ। আৰু মই এখেতসকলৰ দালাল। মোৰ এই দালালিৰ দাম পঞ্চাশ টকা। আৰু

আপোনাৰ পাৰিশ্ৰমিক দুখন এশটকীয়া নোট। ৰাখি থ'ক প্ৰয়োজন হ'ব।"

কাকো কেৰেপ নকৰা ভঙ্গীত চলিহাই কথাবোৰ কৈছিল।

"আপুনি কি কব খুজিছে মই একো বুজা নাই চলিহা। ইমান গুৰুতৰ কাম এটাত আপুনি মোক জড়িত কৰাৰ পিচতো··· ।"

"আচল কথাটো কোৱা নাই, নহয় ডাক্তৰ? কম। কিন্তু এতিয়া নহয়। মই আন এদিন আহিম। তেতিয়া আপোনাক সকলো কম। লেটচ্ গ' নাও। থ্যাঙ্ক্ ইউ ড'ক্ ফৰ ইউৰ কাইণ্ড হেলপ।"

প্ৰত্যুত্তৰলৈ অপেক্ষা নকৰি যেনেদৰে আহিছিল আটাই কেইজন তেনেদৰে আঁতৰি গ'ল। পাৰ্থক্য ঃ অহাৰ সময়ত আহত ব্যক্তিজন আছিল সজ্ঞান; সচেতন। যোৱাৰ সময়ত কঢ়িয়াই লৈ গ'ল অস্ত্ৰোপচাৰিত এজন অজ্ঞান সঙ্গী।

গাড়ীৰ ষ্টাৰ্ট দিয়াৰ শব্দ এটা কাণত পৰিল। শান্তনুহঁতে যে গাড়ী লৈ আহিছিল তেতিয়াহে বুজিলোঁ। সা-সৰঞ্জামৰ বেগটো এৰি থৈ যোৱা বুলি ভিতৰৰ টেবুলখনলৈ চালোঁ। নাই। লৈ গৈছে। ক'তো একো এৰি যোৱা নাই। এৰি থৈ গ'ল মাথোন মোৰ সন্মুখৰ সৰু টেবুলখনত এশটকীয়া দুখন নোট।

পাচনি ল'ৰাটোলৈ মনত পৰিল। সি কিবা গম পাইছে নেকি বাৰু? সি যদি কথাবোৰ কাৰোবাক কৈ দিয়ে? মনত পৰিল ঃ শান্তনু মোৰ ওচৰলৈ অহাৰ বহু আগতেই সি শুই পৰিছিল। মোৰ শোৱনি কোঠাটোৰ পৰা সি থকা ঘৰটো বহুত দূৰত। নামনিত। তাৰ কোঠাটোৰ পৰা মোৰ শোৱনি ঘৰটোৰ ভিতৰখন ভালদৰে দেখা নাযায়। নেদেখি।

॥ আঠ ॥

মই বৰ অস্বস্তিবোধ কৰিছিলোঁ।

এহাল স্বামী-স্ত্ৰী শোৱা কোঠাটোৰ লগত সংলগ্ন আনটো কোঠাত এজন অবিবাহিত ডেকাই স্বস্তিৰে শুব নোৱাৰে। মাজত এখন খোলা দুৱাৰ। উন্মুক্ত। এখন পাতল পৰ্দ্দাৰ ব্যৱধানে গোপনীয়তা ৰক্ষা কৰিব নোৱাৰে।

মনৰ মুকলি ভাবটো তেতিয়া হেৰাই যায়। যথেষ্ট সংযত হৈ থাকিবলগীয়া হৈ পৰে। কাকতিয়ে বোধহয় মোৰ মনৰ অৱস্থাটো বুজি পাইছিল। দুটা নিশা তেনেদৰে কটোৱাৰ পিচত তেখেতে কৈছিল: চোৱা অঙ্কুৰ, তুমি ঘৰৰ ল'ৰা। নিজৰ ঘৰত থকাৰ দৰে থাকিলেহে মই ভাল পাম।

সুবিধা পাই কলোঁ: এটা কাম কৰিলে কেনে হয় ককাইদেউ?

"কোৱা।"

অনুমতি পাই কৈছিলোঁ: তেখেতৰ গাড়ীখন কেইদিনমানৰ কাৰণে মোক দিয়ক। দিনত গাড়ীৰ মোৰ কোনো প্ৰয়োজন নাই। ৰাতি অহা-যোৱা কৰিবলৈ গাড়ীখনৰ প্ৰয়োজন। টেক্সি পোৱা হলে তেনে ব্যৱস্থাৰ প্ৰয়োজন নহ'লহেঁতেন। তেখেতসকলে মোলৈ অপেক্ষা কৰি বৈ থাকিব নালাগে। মোৰ কাৰণে ভাত-পানীৰ ব্যৱস্থা নকৰিলেও হব। মোৰ কাৰণে আচুতীয়াকৈ ৰখা কোঠাটো বাহিৰৰ পৰা মই বন্ধ কৰি ৰাখিম। প্ৰয়োজনীয় সময়খিনি থকাৰ পিচত আকৌ কোৱাৰ্টাৰলৈ উভতি যাম। ড্ৰাইভাৰক আমনি নকৰোঁ। কাৰণ ড্ৰাইভিং মই জানো।

কিন্তু কাকতি মান্তি নহ'ল। মোৰ প্ৰয়োজন মতে গাড়ীখন ব্যৱহাৰ কৰাত তেখেতৰ আপত্তি নাই। কিন্তু সিমান ৰাতি তেখেত-সকলৰ কাৰণে মই কষ্ট কৰাটো কাকতিয়ে বাঞ্ছা নকৰে।

মই বুজাবলৈ যত্ন কৰিছিলোঁ। মোৰ কোনো কষ্ট নহয়।

মনচুনে মুখ ওন্দোলাই কাকতিক কৈছিল: যি আপোন সদায় আপোন। পৰ কেতিয়াও আপোন নহয়। আপুনিহে ভাই ভাই বুলি ভাবে। আমাৰ ঘৰত কোনো থাকিব নালাগে। আহিবও নালাগে।

মনচুনৰ কথাত অভিমানৰ সুৰ।

কাকতিক কোৱা কথাবোৰ যে কাকতিক কোৱা নাছিল মই বুজিছিলোঁ। কাকতিক শুনাই মোক উদ্দেশ্য কৰি কোৱা কথাবোৰৰ অৰ্থ কাকতিয়ে বুজিছিল নে নাই নাজানো কিন্তু মই বুজিছিলোঁ।

এটা কোঠাত দুখন বিছনা। এখনত কাকতি আৰু আনখনত মই। আনটো কোঠাত মনচুন অকলে শুইছিল। সেইটো মনচুনহঁতৰ শোৱনি কোঠা। দুয়োটা কোঠাৰ মাজৰ দুৱাৰখনৰ পাত দুচলা জপাই থোৱা আছিল। কিন্তু বন্ধ নহয়। প্ৰয়োজনীয় মুহূৰ্ত্তত যাতে অকণো সময় নষ্ট নকৰাকৈ মনচুনৰ ওচৰলৈ যাব পাৰোঁ। তাৰ বাবে সেই ব্যৱস্থা। আমি শুই শুই বহুত ৰাতিলৈকে কথা পাতোঁ। আমি মানে মই আৰু কাকতি। মনচুনে টোপনি যাবলৈ ব্যৰ্থ চেষ্টা কৰি চট্‌ফটায়। মই ইটো কোঠাৰ পৰাই শুনো।

তাৰ পিচত কোনোবা এটা মুহূৰ্ত্তত আমাৰ দুচকুৰ পতা গধুৰ হৈ আহে।

প্ৰথম নিশা আমাৰ অথলে গৈছিল।

মনচুনে চিঞৰিছিল যদিও মই নাজানো। কাকতিয়ে চিঞৰৰ শব্দ শুনিছিল নেকি সুধিছিলোঁ। নাই। তেখেতেও একো গম পোৱা নাই।

মনচুনে হয়তো চিঞৰা নাছিল। হয়তোবা তাইৰ সিদিনা টোপনিয়েই অহা নাছিল।

দ্বিতীয় নিশা।

হঠাৎ আমাৰ টোপনি ভাঙি গৈছিল। মই বিছনাৰপৰা নৌ-ওঠোতেই কাকতিয়ে লাইটটো জ্বলাই দিছিল। ঘড়িটোলৈ চালোঁ। পোহৰ হবলৈ আৰু বেছি সময় নাই। কাকতি আৰু মই মনচুন শোৱা বিছনাখনৰ ওচৰত থিয় হলোঁগৈ। মনচুন গভীৰ টোপনিত অচেতন। কাকতিয়ে বেছি পাৱাৰৰ লাইটটো জ্বলাই দিছিল। মনচুনক নিৰিখি চালোঁ। ক'ৰবাত কিবা সূত্ৰ পাওঁ বুলি তন্ন তন্নকৈ পৰীক্ষা কৰিলোঁ। কিন্তু লাভ একো নহ'ল।

দুয়োটা কোঠাৰ দুৱাৰ খিৰিকীবোৰ পৰীক্ষা কৰাৰ প্ৰয়োজন নাছিল যদিও পৰীক্ষা কৰিলোঁ। আগৰ দৰেই বন্ধ।

এটা এটাকৈ তিনিটা বন্ধ্যা নিশা পাৰ হৈ গ'ল।

তাৰ পিচদিনা ৰাতি।

আনদিনাখনতকৈ সিদিনা মোৰ অলপ পলম হৈছিল। মোলৈ অপেক্ষা কৰি মনচুন আৰু কাকতিয়ে ভাত-পানী নোখোৱাকৈ বৈ থাকিব কাৰণে মোৰ বেয়া লাগিল। মই আপত্তি কৰিছিলোঁ। ৰাতিৰ সাজ ভাত তেখেত সকলৰ সৈতে একেলগে খাবলৈ বাধ্য হৈছিলোঁ।

মনচুন বাৰাণ্ডাতে মোলৈ অপেক্ষা কৰি বৈ আছিল। মোক দেখি কৈ উঠিল: ইমান দেৰি কৰিলা? তুমি নাহিবা বুলিহে মোৰ ভয় হৈছিল।

নাহিম কেলেই? অ' মই কিন্তু কাকো তুমি-চুমি বুলিব নোৱাৰোঁ দেই।" মই সোঁৱৰাই দিলোঁ। মনচুনে লাজ পাইছিল। মোক তুমি বুলিবলৈ মনচুনৰ কি হৈছিলময়ো বুজি নাপালোঁ।

আমি ভিতৰলৈ গলোঁ।

"মোৰ পলম হোৱা কাৰণে খুউব খং উঠিছে নহয়? ককাইদেৱে চাগে খঙত জ্বলি আছে।"

"ওঁ।" এটা চমু উত্তৰ।

আনদিনাৰ দৰে বাহিৰৰ কোঠাটোত আৰু নবহিলোঁ। ককাইদেৱে ডাইনিং টেবুলত বহি অপেক্ষা কৰি বৈ থকা বুলি ভাবি ডাইনিং টেবুলৰ ওচৰ পালোঁগৈ। কিন্তু কাকতি ক'ত? খোৱা টেবুলত মাথোন দুজনৰ ভাত সজাই ঢাকি থোৱা আছে।

কাকতিয়ে তেন্তে মোলৈ বৈ বৈ আমনি পাই খাই-বৈ শুলেগৈ নেকি? নহলে হয়তোবা গা ভাল নহয়। ভাত নাখায়। টেবুলত সেয়া মোৰ আৰু মনচুনৰ ভাত।

ককাইদেউ ক'ত?

"তোমাক বিচাৰি গৈছে" বুলি মনচুনে মোলৈ কেৰাহিকৈ চাই হাঁহি এটাৰে কাগজ এখিলা আগবঢ়াই দিলে।

কাকতিয়ে লিখিছিল:

·····নাযাওঁ বুলি ভাবিও অৱশেষত চেণ্ট্ৰল টীম এটাৰ সৈতে কেইদিনমানৰ কাৰণে বাহিৰলৈ যাবলগীয়া হ'ল। মোৰ অনুপস্থিতিত মুনৰ দায়িত্ব তোমাৰ ওপৰত থাকিল। মই ঘূৰি নহালৈকে সন্ধিয়া অলপ সোনকালে আহিবলৈ যত্ন কৰিবা। নহলে মুন যিহে সাহসী, সন্ধিয়া সচেতন অৱস্থাতে চিঞৰিবলৈ আৰম্ভ কৰিব।······

মই অপ্ৰস্তুত হৈ গলোঁ। মই কি কৰা উচিত? এনেকুৱা পৰিস্থিতি এটাৰ সন্মুখীন হব লাগিব বুলি মই কল্পনাও কৰা নাছিলোঁ। কাকতিয়ে বেয়া পালেও তেখেতৰ অনুপস্থিতিত মই তাত তেনেদৰে থকাটো শোভনীয় নহয়।

কিন্তু মুনে যদি ৰাতি সঁচাকৈয়ে ভয় কৰে? ভয়ত জ্ঞান হেৰুৱাই পেলায়?

"আজি তোমাক শুবলৈকে নিদিওঁ। আমি ওৰে নিশা কথা পাতিম!" মৌনতা ভাঙি মুনে কৈছিল।

"মই যাওঁগৈ মুন।"

এনেয়ে কলোঁ। মুনে একো নামাতিলে। সজাই থোৱা ভাত-তৰকাৰীৰ ঢাকনিবোৰ আঁতৰোৱাত ব্যস্ত হৈ পৰিল।

মনটো হঠাতে সেমেকি পৰিল। অশোভনীয় হলেও এনেকুৱা সুযোগ এটাৰ অপেক্ষাকে মই কৰিছিলোঁ। কিন্তু মুনে যদি সঁচাকৈয়ে মোক থকাৰ কথা নকয়?

এটা নিশাৰ কাৰণে মুনক অকলশৰীয়াকৈ পোৱাটো যেন মোৰ বৰ প্ৰয়োজন। মুনক কবলগীয়া সুধিবলগীয়া মোৰ বহুত কথা আছে।

ভাত-পানী খোৱা হলত কাম কৰা ল'ৰাজন শুবলৈ গৈছিল। আমি কথা পাতিছিলোঁ। বহুত কথা। অপ্ৰয়োজনীয় কথা। তথাপি সেইবোৰ কথা যেন আমাৰ কাৰণে বৰ প্ৰয়োজনীয়।

"তুমি মোক মুন বুলি মতা কেলেই? মই জানো তোমাৰ মুন?" হঠাৎ মনচুনে সুধিছিল।

মই কি উত্তৰ দিম ভাবি পোৱা নাছিলোঁ।

"তেন্তে কি বুলি মাতিম? নবৌ?" সুধিলোঁ।

"নবৌ-চবৌ মোৰ ভাল নালাগে! মৌচুমী বুলি নামাতা কেলেই?"

"মৌচুমী?"

"ওঁ কোৱানা—মাতিবা?"

"মনচুন আৰু মৌচুমীৰ মাজত পাৰ্থক্য ক'ত?"

"বহুত। মনচুন আৰু মৌচুমীৰ মাজত দুখন মহাদেশৰ সভ্যতা—সংস্কৃতি—মানে মই মনচুন নহয়। মৌচুমী। কিন্তু মনচুন হবলৈ মোৰ বৰ মন যায়।"

"এতিয়া জানো তুমি মনচুন নহয়? সকলোৱেচোন তোমাক মনচুন বুলিয়ে মাতে। মনচুনৰ অসমীয়া প্ৰতিশব্দ মৌচুমী।"

"বুৰ্ব্বক।"

মই থত্‌মত্‌ খাই তাইৰ মুখলৈ চালোঁ। মোক বুৰ্ব্বক বুলি কোৱাৰ অধিকাৰ মনচুনক কোনে দিলে?

"মই মনচুন নহয়। মৌচুমী। মনচুন হব পৰা হলে আমি হোমৰ গুৰিৰ পৰিবর্তে গীর্জাৰ বেদীৰ ওচৰত থিয় হলোঁহেঁতেন। আদালতলৈ গলোঁহেঁতেন। কলোঁহেঁতেন: মোক মুক্তি লাগে। মুক্তি দিয়া। এই অভিনয় মোৰ আৰু সহ্য নহয়। আমাৰ এই দাম্পত্য জীৱন...

হঠাৎ কিবা এটা মনত পৰাৰ দৰে মনচুন কোৱাৰ পৰা থমকি ৰ'ল। ভাবপ্ৰৱণতাত নিজক পাহৰি যোৱা মনচুনে নকবলগীয়া কথা এষাৰ কৈ লাজত ৰঙা পৰি গৈছিল। প্ৰসঙ্গ সলনি কৰি লৰা-লৰিকৈ কৈ উঠিল: বাৰু, সেইবোৰ বাদ দিয়া। কোৱানা—মোক তুমি মৌচুমী বুলি মাতিবা?

মনচুন আৰু মৌচুমীৰ পার্থক্যটো কি তেতিয়াহে মই বুজিছিলোঁ।

ইয়াৰ অর্থ এয়ে নহয়তো: মই হিন্দু নাৰী। স্বামীৰ অনুপস্থিতি ইমান ৰাতি তোমাৰ লগত কথা পাতিলেও মনৰ সংযম মই হেৰুৱাই পেলোৱা নাই। মোৰ দেহ কেৱল এজনৰ কাৰণেই।

ভাবিছিলোঁ।

"আজিৰ আটাইবোৰ মানুহেই অসুখী, কিয় জানা?"

ভাবপ্ৰৱণতা লুকাবলৈ যে মনচুনে তেনেদৰে কৈছিল, বুজিলোঁ।

কলোঁ: ওহোঁ, নাজানো।

"কাৰণ আজিৰ মানুহ নিজক লৈ ব্যস্ত। আমি জীৱনটোক বুজিবলৈ বেছি তৎপৰ। জীৱনটোক তন্ন-তন্নকৈ ফঁহিয়াই চালেই জীৱনৰ ক্ৰুটি-বিচ্যুতিবোৰ ধৰা পৰি যায়। তেতিয়া কোনো মানুহ সুখী হব নোৱাৰে।"

মনচুনৰ কথাবোৰ মিছা নহয়। সঁচা। কিন্তু জীৱনৰ বিষয়ে ইমান দকৈ ভাবিবলৈ মনচুনে শিকিলে কেতিয়াৰ পৰা? আৰু কিয়? জীৱনৰ ঘাত-প্ৰতিঘাতে মানুহক বহু কথা শিকায়। বিশেষ কাৰণ নহলে কোনো মানুহেই জীৱনটোক ফাঁহিয়াই চাব নিবিচাৰে। চৰম

ব্যৰ্থতাৰ মুখামুখি নোহোৱাকৈকে এনেদৰে জীৱনটোক জুখি চাব নোখোজে। সচেতন জীৱনবোধৰ আন এটা নাম জীৱন দৰ্শন।

কি এনে ঘাত-প্ৰতিঘাত মনচুনৰ জীৱনলৈ আহিছিল যে যাৰ ফলত তাই আজি জীৱনবোধ সম্পৰ্কে ইমান সচেতন? কিন্তু মনচুন জানো অসুখী? তেনে বুলিতো অনুমান নহয়। তেন্তে তাই মনচুনৰ পৰা মৌচুমী হবলৈ বিচাৰে কিয়? আকৌ মৌচুমীৰ পৰা মনচুন?

আমাৰ মাজত কিছু সময়ৰ নীৰৱতা।

মৌন মুহূৰ্ত্তবোৰত মই তাইৰ কথাই ভাবিছিলোঁ।

তাই কি ভাবিছিল নাজানো।

মই অস্বস্তিবোধ কৰিছিলোঁ।

ৰাতিৰ এন্ধাৰে খিৰিকীৰ আয়নাৰ ফাঁকেৰে আমালৈ জুমি চাইছিল। বাহিৰত সৰলৰ পাতবোৰ নেদেখাকৈ তৰা কুঁৱলীৰ এখন পাতল পৰ্দ্দা আৰু সেই পৰ্দ্দাৰ আঁৰ লৈ দুই-এটোপাল বৰষুণে কনিয়াইছিল।

এটা ৰহস্যঘন নিশা। মন দুৰ্ব্বল কৰা এন্ধাৰ। জীৱনক সম্পূৰ্ণ কৈ পোৱাৰ এটা স্বপ্নালু পৰিবেশ।

পৰিস্থিতিটো পাতলাবলৈ কলোঁ: তুমি যদি সঁচাকৈ' ভালপোৱা তেন্তে আজিৰ পৰা তোমাক মৌচুমী বুলি মাতিম বাৰু।

উত্তৰ দিয়াৰ প্ৰয়োজন বোধ নকৰি মনচুন মনে মনে ৰ'ল।

আকৌ সেই নীৰৱতাৰ অসহনীয় আঘাত।

"কথা কোৱা মুন—অ' নহয় মৌচুমী।"

মৌচুমীয়ে হাঁহিছিল।

"মৌচুমীক অন্তৰৰ পৰা ভাল পাব নোৱাৰিলে—নাই থাওঁক। যিমানেই যত্ন নকৰা কিয় তথাপি 'মুন' শব্দটোৱে তোমাক বাৰে বাৰে আমনি কৰিব কিজানি। বাৰু সেইবোৰ যাবলৈ দিয়া। ৰাতি ভালেমান হ'ল। এতিয়া শুই থাকা।"

"তোমাক টোপনিয়ে⋯।"

"আমনি কৰা নাই। কিন্তু জীৱন এটাক বুজিবলৈ এটা ৰাতিয়েই যথেষ্ট নহয়।"

মৌচুমী বহাৰ পৰা উঠি আঁতৰি গৈছিল। দুয়োটা কোঠাৰ মাজৰ পাতল পৰ্দ্দাখন মৌচুমীৰ গাত লাগি কঁপি কঁপি স্থিৰ হৈ ৰ'ল।

পৰ্দ্দাৰ ফাঁকেৰে জুমি চালোঁ।

লাইফ্ চাইজ মিৰৰখনৰ সন্মুখত থিয় হৈ তাই গাৰ চাদৰখন আঁতৰাই ব্লাউজৰ বুটামবোৰ খুলিছে। বক্ষ বন্ধনীটো সোলোকাই ক্ষন্তেক থমকি ৰ'ল। পৰ্দ্দাখনে তাইক যে বিশ্বাসঘাটকতা কৰিব পাৰে সেই কথা হয়তো তাই ভাবিবই পৰা নাছিল। হয়তোবা মোৰ উপস্থিতিৰ কথা একেবাৰে পাহৰি গৈছিল। নতুবা হয়তো ইচ্ছা কৰিয়েই তাই মোক তাইৰ অঙ্গশোভা দেখুৱাবলৈ যত্ন কৰিছিল।

কিন্তু কোনটো সঁচা?

এটা যন্ত্ৰণাদায়ক তৃপ্তিত মই শিহঁৰি উঠিছিলোঁ।

বাহিৰৰ বৰষুণজাক তেতিয়া ঘন হৈ পৰিছে।

এটা দুটা নহয়; তিনিটা অকলশৰীয়া নিশা।

অৰ্থাৎ মই অকলশৰীয়া প্ৰহৰী।

অকণমান যত্ন কৰিলেই মন পাব পৰা বুলি ভবা এজনী অনাত্মীয় যুৱতীৰ ওচৰত অকলশৰে কটোৱা তিনিটা দুৰ্ব্বহ নিশা। সঁচাকৈয়ে মোৰ ভীষণ কষ্ট হৈছিল। মাজনিশা মৌচুমীক আক্ৰমণ কৰিবলৈ অহা কোনোবা আততায়ী দস্যুক প্ৰতিৰোধ কৰিবলগীয়া হলেও মোৰ সিমান কষ্ট নহলহেঁতেন কিজানি। আনৰ উৎপীড়নৰ পৰা এজনী যুৱতীক ৰক্ষা কৰা সহজ।

তাৰ বাবে প্ৰয়োজন দৈহিক শক্তিৰ।

কিন্তু নিশাৰ এন্ধাৰত অকলশৰীয়াকৈ পোৱা এজনী ৰূপহী যুৱতীক আত্মকামনাৰ জুইৰ পৰা ৰক্ষা কৰা কিমান দুৰূহ সেই কথা মোৰ দৰে পৰিস্থিতিৰ সন্মুখীন নোহোৱাসকলে কেতিয়াও বুজি নাপায়।

প্ৰথম দুনিশা মৌচুমীৰ ওচৰলৈ যোৱাৰ কোনো সুযোগ পোৱা নাছিলোঁ। প্ৰয়োজনো হোৱা নাছিল। কিন্তু তৃতীয় নিশা পাইছিলোঁ। মৌচুমীয়ে চিঞৰি উঠিছিল। কাকতিয়ে বৰ্ণোৱাৰ দৰেই এটা আতঙ্ক বিহ্বল চিঞৰ। লৰালৰিকৈ মৌচুমীৰ ওচৰ পাইছিলোঁগৈ। 'হাই পাৱাৰৰ বাল্বটো' জ্বলাই দি তাই শোৱা পালেঙখনৰ ওচৰত থিয় হৈছিলোঁ। ক'ৰবাত কিবা সূত্ৰ পোৱাৰ আশাত চাৰিওফালে ঘূৰি চালোঁ। মৌচুমীৰ বিছনা, শোৱনি কোঠাৰ প্ৰত্যেকটো বস্তু তন্ন-তন্নকৈ পৰীক্ষা কৰিলোঁ। কিন্তু ক'তো একো নাই। লোভ লগা যুৱতী দেহ এটাৰ বাহিৰে আন একোৱে মোৰ চকুত নপৰিল।

গাখীৰত সেন্দুৰ মিহলোৱা ৰঙৰ মৌচুমীৰ দেহটো মোৰ চুই চাবৰ মন গৈছিল। 'ভয় খাইছা নেকি মৌচুমী' বুলি মৰম কৰিবলৈ ইচ্ছা হৈছিল।

কিন্তু সংযত হৈ ৰলোঁ।

মৌচুমীয়ে সাৰ পাইছিল।

দিন আৰু বাগৰিল।

ইতিমধ্যে কাকতি আহি পাইছিল।

মই নিৰাশ হৈ পৰিছিলোঁ।

লাজো লাগিছিল। বিফলতাৰ লাজ। পৰাজয়ৰ হতাশা।

কিন্তু উপাই নাছিল।

মই সিদ্ধান্ত লৈছিলোঁ: মৌচুমীৰ ওপৰত পহৰীয়া হৈ থকাৰ আৰু কোনো প্ৰয়োজন নাই।

এদিন দুদিন নহয়।

প্ৰায় দুসপ্তাহ মৌচুমীৰ ওচৰত আছোঁ। প্ৰত্যেক নিশা মৌচুমীৰ চিঞৰত সাৰ পাইছোঁ। তাইৰ ওচৰলৈ উঠি গৈছোঁ। পৰীক্ষা কৰিছোঁ। উৎপীড়নৰ ৰহস্য উদ্ঘাটনৰ চেষ্টা কৰিছোঁ।

কিন্তু লাভ একো হোৱা নাই।

পৰাজয়ৰ গ্লানি আৰু বিফলতাৰ ক্ষোভত মই বিব্ৰত হৈ পৰিছিলোঁ।

ৰহস্য উদঘাটনৰ আশাপালি বৈ থকা ৰাতিবোৰত সমস্যাটো মোৰ আৰু বেছি ৰহস্যঘন হৈ পৰিছিল।

ৰাতিপুৱালৈ কাকতিক কম: মই নোৱাৰিলোঁ। ককাইদেউ। মই পৰাজিত। কাইলৈৰ পৰা মই আৰু নাহোঁ। আৱৰণটোৰে মৌচুমীয়ে দৃষ্টিশক্তি ৰক্ষা কৰাৰ বাহিৰে আন কোনো উপাই নাই। মই উপায় দিব নোৱাৰিম।

মোৰ প্ৰচেষ্টাৰ শেষ নিশা।

সিদিনাও মৌচুমীয়ে চিঞৰিছিল।

কাকতিয়ে শোৱাৰ পৰা উঠি গৈ মনচুনৰ ওচৰ পাইছিল। মোৰ এলাহ লাগিল। উঠি গৈয়ে বা কৰিম কি? আনদিনাৰ দৰে নিৰাশ হৈ উভতি আহিব লাগিব। জানো। তথাপি গৈছিলোঁ। কাৰণ কাকতি ইতিমধ্যে উঠি গৈছে। মই নোযোৱাটো অশোভনীয়। সেই কাৰণেই—যাওঁ-নেযাওঁকৈ উঠি গৈ কাকতিৰ ওচৰত থিয় হৈছিলোঁ। নিৰাসক্তভাৱে মৌচুমীলৈ নিৰিখি চালোঁ। চাব লাগে কাৰণেই চালোঁ। কিন্তু কিবা নতুন তথ্য নতুবা সূত্ৰ পোৱাৰ আশাত নহয়।

হঠাৎ মোৰ দুচকু স্থিৰ হৈ ৰ'ল। মৌচুমীৰ নিচেই ওচৰতে পৰি আছে এটা হেয়াৰ পিন—চুলিত মৰা কাটা। মৌচুমীয়ে শোৱা গাৰুটোৰ ওপৰত পৰি থকা কাটাডাল মোৰ বিশেষ কামত আহিব বুলি ধাৰণা নহ'ল। টোপনিতে পিনটো চুলিৰ পৰা সৰি পৰিছে। তথাপি পিনটো বুটলি ললোঁ।

মুখখন মোৰ উজ্জ্বল হৈ উঠিল। চকুত ফুটি উঠিল এটা আশাভৰা চাৱনি। কাটাডাল হাতত লোৱাৰ লগে লগে মোৰ সন্দেহ হৈছিল। মই কৌতুহলী হৈ পৰিছিলোঁ।

কিন্তু কাকতিক সেই বিষয়ে একো নকলোঁ।

পিচদিনাৰ পৰা নেযাওঁ বুলি সিদ্ধান্ত লোৱাৰ পিচতো মই গৈছিলোঁ। চুলিত মৰা কাটাডালৰ আৱিষ্কাৰে মোক মৌচুমীৰ ওচৰলৈ টানি নিছিল।

তাৰ পিচদিনা ৰাতিও চিঞৰি উঠা মৌচুমীৰ গাৰুৰ ওপৰত পৰি আছিল খোপাত মৰা আন এটা পিন। মোৰ সন্দেহ ঘনীভূত হৈ পৰিল।

এটাৰ পিচত আন এটা ৰাতি আগবাঢ়ি গ'ল।

শুবলৈ যোৱাৰ আগতে মৌচুমীক এদিন চুলিত মৰা আটাইবোৰ পিন খুলি থোৱাৰ কথা কৈছিলোঁ। তীৰ্য্যক দৃষ্টিৰে তাই মোলৈ চাইছিল। অৰ্থঃ চুলিত মৰা পিনকেটাই তোমাৰ কি দোষ কৰিছে।

কাকতিয়েও মোৰ চকুলৈ চাইছিল। তেখেতৰ চকুৰ ভাষাতো সেই একেই প্ৰশ্ন ?

মই একো নকলোঁ। হাঁহিলোঁ।

কাৰণ মই নিজেও নিশ্চিত নহয়।

মৌচুমীয়ে একো আপত্তি কৰা নাছিল।

চুলিত মৰা পিনবোৰ খুলি মোৰ হাতত দি শুবলৈ গৈছিল।

শেষ নিশা চিঞৰ এটা শুনিছিলোঁ। মৌচুমীৰ চিঞৰ। কিন্তু চিঞৰটো আনদিনাৰ দৰে যন্ত্ৰণা বিহ্বল নহয়। এটা সৰু চিঞৰ। আমি শোৱাৰ পৰা উঠি গৈ মৌচুমীৰ ওচৰ পাইছিলোঁ। তাৰ পিচত তাইৰ চকুলৈ জুমি চাই মেয়ো চিঞৰি দিছিলোঁ। প্ৰয়োজনতকৈ বহুত ডাঙৰকৈ ওলোৱা চিঞৰটোত কাকতি বিস্মিত হৈছিল।

মনচুনে সাৰ পাইছিল।

কাকতিয়ে সুধিছিলঃ কি হ'ল ?

কাকতি আৰু মৌচুমীৰ চকু-মুখত বিস্ময় আৰু কৌতূহল।

এটা নিতান্ত প্ৰয়োজনীয় প্ৰশ্ন।

কিন্তু কাকতিৰ প্ৰশ্নটো এৰাই যাবলৈ যত্ন কৰি মৌচুমীৰ আৰু বেছি ওচৰলৈ আগবাঢ়ি গলোঁ। মুখখন আগবঢ়াই নি তাইৰ চকুটোলৈ স্থিৰ দৃষ্টিৰে নিৰিখি চালোঁ।

কাকতিয়ে টৰ্চ এটা আনি মোৰ হাতত দিছিল।

মই নিৰ্ভুল। নিঃসন্দেহ।

মৌচুমী ধৰা পৰি গৈছিল।

অশৰীৰী আত্মা অথবা কোনোবা আততায়ীয়ে মৌচুমীৰ চকুত আঁচোৰা নাছিল। সেই উৎপীড়ন ভূত-প্ৰেত অথবা আন মানুহৰ নহয়। মৌচুমীয়ে নিজেই আঁচুৰিছিল। মোৰ প্ৰত্যয় জন্মিছিল। বিশ্বাস হৈছিল। কাৰণ মই তাৰ প্ৰমাণ পাইছিলোঁ। কিন্তু মৌচুমীয়ে বিশ্বাস কৰা নাছিল। মোৰ যুক্তি প্ৰমাণ আটাইবোৰ মিছা বুলি উৰুৱাই দি হাঁহি হাঁহি কৈছিল মই নিজৰ চকুত নিজে আঁচুৰিম কেলেই? আঁচুৰিবলৈ মোক কিহে পাইছে? মইতো পাগল হোৱা নাই।

এয়া অৱচেতন মনৰ প্ৰতিক্ৰিয়া। অৱচেতন মনে আমাৰ অজ্ঞাতে বহু সময়ত বহু কাম কৰে। অথচ আমি নিজেই তাৰ ভু নাপাওঁ।"

বুজাইছিলোঁ।

কাকতিয়ে মোক বিশ্বাস কৰিছিল। কৈছিল: তোমাৰ অনুমানটোয়ে সঁচা অক্ষৰ। মুনে বিশ্বাস নকৰিলেও মই বিশ্বাস কৰিছোঁ।

মোৰ বিশ্বাস হৈছে।

সুদৃঢ় প্ৰমাণৰ বাবে মৌচুমীৰ নখবোৰ চুটিকৈ কটাৰ কথা কৈছিলোঁ। মৌচুমীয়ে আপত্তি কৰিছিল। মান্তি হব খোজা নাছিল।

মই সোঁৱৰাই দিছিলোঁ। এদিন মৌচুমীয়েই কাকতিক নখ-চখবোৰ নাকাটে বুলি অভিযোগ কৰিছিল।

মোৰ অনুৰোধ, বুজনি আৰু কাকতিৰ মৰমৰ ধমকনিত অৱশেষত মৌচুমী মান্তি হৈছিল। নখবোৰ কাটিছিল।

দিন আৰু বাগৰিল। কেইবাটাও ৰাতি পিচলি গ'ল।

মই সুদৃঢ় হৈ পৰিলোঁ। সন্দেহ সত্যত পৰিণিত হ'ল। মোৰ অনুমান সম্পূৰ্ণ নিৰ্ভুল।

মৌচুমীয়ে লাজ পাইছিল।

এটা চিন্তাৰ অৱসান হৈছিল সঁচা। কিন্তু মই শান্তি পোৱা নাছিলোঁ। আন এটা চিন্তাই মোক জুমুৰি দি ধৰিলে। এই আত্ম-অত্যাচাৰ বন্ধ কৰাৰ উপায় কি? আন কোনোবাই তেনেদৰে অত্যাচাৰ কৰাহেঁতেন বাধা দিবলৈ বিশেষ অসুবিধা নাছিল। বাধা দিব পাৰি। কিন্তু মৌচুমীক? নিদ্ৰিতা মৌচুমীৰ দুহাত হয়তো আবদ্ধ কৰি ৰাখিব পাৰি। তাৰ বাবে এযোৰ গ্লাভচ্ বা হাত-মোজাৰ প্ৰয়োজন। কিন্তু আজীৱন বিকল্প ব্যৱস্থাৰে দৃষ্টিশক্তি ৰক্ষা কৰাটোক স্বাভাৱিক অৱস্থা বুলি কব নোৱাৰি।

মৌচুমীক পৰ্য্যবেক্ষণ কৰাৰ প্ৰয়োজন মোৰ শেষ হৈছিল।

আৱৰণটো পুনৰ ব্যৱহাৰ কৰিবলৈ উপদেশ দি মই আঁতৰি আহিছিলোঁ। মোক খবৰ দিয়াৰ প্ৰয়োজন নাই। আৱশ্যকীয় সময়মত মই নিজে গৈ সেইখিনি পাম। কাকতিক আশ্বাস দিছিলো: মৌচুমীৰ স্বাভাৱিক অৱস্থা ফিৰাই আনিবলৈ বিশেষ অসুবিধা নহব কিজানি, হয়তো কিছুদিন সময় লাগিব পাৰে।

কাকতিক আশ্বাস দিছিলোঁ সঁচা। কিন্তু মই নিজে আশ্বস্ত হব পৰা নাছিলোঁ। মৌচুমীৰ জীৱনলৈ স্বাভাৱিক অৱস্থা ফিৰাই অনাৰ উপায় বিচাৰি চিন্তিত হৈ পৰিছিলোঁ। হাবাথুৰি খাইছিলোঁ।

ব্যস্ততাৰ মাজেৰে আৰু কিছুদিন পাৰ হৈ গ'ল।

সময় পালেই মই চিন্তিত হৈ পৰোঁ। মৌচুমীৰ চিন্তাই মোক হুতাশ কৰি তোলে।

শাৰীৰিক অসুস্থতাৰ চিকিৎসা কৰা সহজ। কি অসুখ আৰু ৰোগৰ উৎপত্তিৰ কাৰণ উদ্ধাৰ কৰিব পাৰিলেই চিকিৎসা লব পাৰি। কিন্তু মানসিক চিকিৎসাৰ বাবে তেনে কোনো ঔষধ নাই।

মৌচুমীৰ সেয়া শাৰীৰিক অসুখ নহয়। মানসিক অসুখ। অস্বাভাৱিক মনৰ ক্রিয়া। কিন্তু মৌচুমীয়ে স্বাভাৱিক মন হেৰুৱাই পেলোৱাৰ কি কাৰণ থাকিব পাৰে? তাইৰ এই আত্ম-অত্যাচাৰৰ কাৰণ কি? কি এনে ঘটনাই তাইৰ মনত ৰেখাপাত কৰি গ'ল যে তাৰ বাবে মৌচুমীৰ এই আত্ম-বিদ্রোহ? আত্ম-আক্রমণ?

এটা এটাকৈ বহুত কথা ভাবিছিলোঁ। সঁচা-মিছা বহুত কল্পনা। মনে সজা কাহিনী। সেই মুহূৰ্ত্তত সঁচা যেন লাগিলেও পিচ মুহূৰ্ত্ততে মই নিৰাশ হৈ গৈছিলোঁ। মনটোৱে কাণৰ কাষত ফুচফুচাই কৈছিল এয়া তোমাৰ যুক্তিহীন অসংলগ্ন কিছুমান অসম্ভৱ কল্পনা।

মনচুনৰ চকু দুটা ধুনীয়া। অকল ধুনীয়াই নহয়। অপৰূপ। যি কোনো পুৰুষক পাগল কৰিব পৰা এহাল চকু। দৃষ্টিত শাওণৰ সূৰ্য্যৰ দৰে প্ৰচণ্ড উত্তাপ অথচ শৰতৰ জ্যোৎস্নাভৰা ৰাতিৰ দৰে শান্ত মিঠা। কোমল। এফালে জুই। আনফালে শান্তিৰ মৌমিঠা ফল্গুপ্ৰৱাহ।

এই চকুযুৰিক কেন্দ্ৰ কৰিয়েই যে মৌচুমীৰ জীৱনত কিবা এটা অঘটন ঘটিছিল সেই বিষয়ে মই নিঃসন্দেহ। কিন্তু কি সেই ঘটনা?

অৱশেষত স্থিৰ সিদ্ধান্ত এটা লৈছিলোঁ। এটা সম্ভাৱ্য কাহিনী মনৰ মাজত জুকিয়াই ললোঁ। মনে সজা কাহিনী। মনে সজা হলেও কিজানিবা তাইৰ জীৱনৰ সেইটোৱে সঁচা কাহিনী হয়গৈ। এটা অনিশ্চিত আশা। সফল হোৱাৰ দুৰ্ব্বল প্ৰচেষ্টা।

এবাৰ-দুবাৰ নহয়। বহুবাৰ সেই কল্পিত কাহিনীটো জুকিয়াই লৈ নিজৰ মনত প্ৰত্যয় জন্মাই লৈছিলোঁ। সেইটো যেন মিছা কল্পিত কাহিনী নহয়। মৌচুমীৰ জীৱনৰ সঁচা কাহিনী। সঁচা ঘটনা।

কাকতি এদিন মোৰ ওচৰলৈ আহিছিল। বৰ আশাৰে মোৰ মুখলৈ চাইছিল।

"মনচুনৰ অতীতৰ জীৱনলৈ ফিৰি যোৱাৰ প্ৰয়োজন। হয়তো তেখেতৰ অতীত জীৱনত এনে এটা কাহিনী লুকাই আছে—ঠিক

তেনে নহয়; চকুযুৰিৰ প্ৰতি তেখেত অত্যন্ত সচেতন। নতুবা কেতিয়াবা ক'ৰবাত কিবা আঘাত পাইছিল। চকুযুৰিৰ উজ্জ্বলতা, সৌন্দৰ্য্য কেনেবাকৈ হেৰাই যায় বুলি তেখেত কিবা কাৰণত ভয় খাইছিল। বৰ আষ্ট অথবা তেনে ধৰণৰ কিবা অসুখো হব পাৰে।"

পোনপটীয়াকৈ কব খুজি কথাৰ সুৰটো বদলাই দিছিলোঁ। কাৰণ কাকতি স্বামী। পত্নীৰ অতীত জীৱনৰ গোপন কাহিনীয়ে যাতে তেখেতৰ মনত সন্দেহৰ বীজ সিঁচিব নোৱাৰে তাৰ বাবে সচেতন হৈ তেনেদৰে কৈছিলোঁ। তথাপি বুধিয়ক কাকতিয়ে কিবা সন্দেহ কৰিছিল যদিও মই নাজানো।

দিন আৰু পুৰণি হৈছিল।

মৌচুমীহঁতৰ ঘৰলৈ মই ঘনাই আহ্-যাহ্ কৰিবলৈ আৰম্ভ কৰিলোঁ। মৌচুমীৰ সৈতে আৰু বেছি সম্ভাৰ, আৰু বেছি আত্মীয়তা গঢ়ি তুলিবলৈ চেষ্টা কৰিছিলোঁ।

কাকতি ঘৰত নথকা সময়ত মৌচুমীৰ সৈতে বহু সময় কথা পাতোঁ। অপ্ৰয়োজনীয় কথা। হাঁহি, ধেমালি, ঠাট্টা, বিদ্ৰূপ।

মৌচুমী ক্ৰমান্বয়ে মোৰ আৰু বেছি ওচৰ চাপি আহিছিল। গালত চিকুটি দিয়াৰ, মূৰত হাত বুলোৱাৰ অধিকাৰ গঢ়ি তুলিছিলোঁ। কিন্তু শালীনতাৰ সীমা চেৰাই যোৱা নাছিলোঁ।

মৌচুমীয়ে মোৰ আচল উদ্দেশ্যটো বোধহয় বুজি পোৱা নাছিল। ভাবিছিল: সেয়া মোৰ ডেকা মনৰ সহজাত প্ৰবৃত্তি। মই সুযোগ বিচাৰিছোঁ।

আৰু মই?

স'চাকৈয়ে মই সুযোগ বিচাৰিছিলোঁ। সেই সুযোগ মৌচুমীয়ে ভবাৰ দৰে নহয়।

কথা প্ৰসঙ্গত হঠাতে এদিন প্ৰশ্ন কৰিছিলোঁ: তোমাৰ জীৱনৰ আটাইতকৈ ডাঙৰ ঘটনাটো কি বুলি ভাবা মৌচুমী? জীৱনৰ মানে—বিয়াৰ আগৰ কালচোৱাৰ। মনত ৰাখিবলগীয়া ঘটনা।

"মোৰ জীৱনৰ ডাঙৰ ঘটনা? ওহোঁ। মোৰ জীৱনত তেনে কোনো ঘটনা ঘটা নাই। অৱশ্যে মনত ৰাখিবলগীয়া ঘটনা এটা··· ।"

"কোৱা।"

"সেই ঘটনাটোৰ কথা তুমিও জানা।"

"ময়ো জানো?"

"উঁ।"

"মোৰ মনত পৰা নাই মৌচুমী?"

"কিয়? ষ্টেচনৰ পৰা মোক তোমাৰ কোৱাৰ্টাৰলৈ লৈ যোৱা ৰাতিৰ সেই ঘটনাটো।

"সেয়া একো ডাঙৰ ঘটনা নহয়।"

"এজনী গাভৰুৰ কাৰণে তাতকৈ আৰু কি ডাঙৰ ঘটনা থাকিব পাৰে? এটা অস্থিৰ চঞ্চল শঙ্কিত ৰাতি। প্ৰতি মুহূৰ্ত্ততে ভাব হৈছিল: তুমি যেন মোৰ ওচৰলৈ উঠি আহিবা। বহু যতনেৰে সাঁচি থোৱা জীৱনৰ অমূল্য সম্পদটো কাঢ়ি নিবা। কিন্তু তুমি নাহিলা। আজি ভাবিছোঁ: তুমি সিদিনা মোক অকণমান মৰম কৰা হলেই ভাল আছিল কি জানি।"

"এনেদৰে কবলৈ তুমি লাজ পোৱা উচিত আছিল।"

"হয়তো আছিল। কিন্তু নাপালোঁ দেখোন।"

মোৰ উদ্দেশ্যৰ পৰা মৌচুমী আঁতৰি গৈছিল। আচল কথালৈ ঘূৰাবৰ যত্ন কৰি সুধিলোঁ: কেতিয়াবা চকুত আঁচোৰ খাইছিলা?

"ওহোঁ।"

"কোনোবা উৎসৱ-পৰ্ৱত ফট্‌কা বা বিষ্ফোৰক পদাৰ্থৰে খেলিছিলা?"

"কেলেই নেখেলিম? দেৱালীত ফট্‌কা ফুটাই চক্ৰৰ ঘূৰাই মোৰ বৰ ভাল লাগে।"

"কেতিয়াবা ফট্‌কাৰ জুই, ছাই অথবা ফিৰিঙতি ছিটিকি আহি চকুত পৰিছিল নেকি?"

"ওহোঁ। মনত নপৰে।"

মই মৌন হৈ ৰলোঁ। মৌচুমীও।

মোৰ সুধিবলগীয়া কথা নাছিল।

কিন্তু নিৰস্ত্ৰ নহলোঁ।

"মনচুন আৰু মৌচুমী। মৌচুমী আৰু মনচুন।" নিজক কোৱাৰ দৰে কলোঁ।

"তাৰ মানে?"

"ভাবিছোঁ।"

"কি ভাবিছা?"

"কিন্তু কলে জানোচা তুমি বেয়া পোৱা।"

"বেয়া পাম? কেলেই?"

"সু'চাকৈ নোপোৱাতো?"

"ওহোঁ।"

"তেন্তে মই শুনা কথাবোৰ মিছা নহয়।"

"কোনবোৰ কথা?"

"বাৰু মৌচুমী—"

"কোৱা।"

"মৌচুমী নামটো তোমাৰ বৰ প্ৰিয়। ঠিক তোমাৰ নহয়, আন এজনৰ।"

"মানে?"

"সেইটোৱে তাৰ অৰ্থ। এই চকু দুটাৰ কাৰণে তোমাক যিজনে দেৱী বুলি ভাবে, পৰী বুলি প্ৰশংসা কৰে।"

মই বৈ গৈছিলোঁ। কথাবোৰ কেনেদৰে আৰম্ভ কৰিম ভাবি পোৱা নাছিলোঁ। মোৰ খেলিমেলি লাগিছিল।

"মই নুবুজিলোঁ।"

"বুজিও নুবুজা বুলি কলে মই কি কৰিম? তোমাৰ জীৱনৰ সকলো ঘটনা মই জানো মৌচুমী। জীৱনৰ পৰা যিজন চিৰদিনৰ

কাৰণে হেৰাই গ'ল—সেইজনৰ কথা ভাবি—মানে—নাই থাওঁক। সেইবোৰ যাবলৈ দিয়া। কিন্তু তেওঁৰ দৰে ইমান সোৱাদ লগাকৈ 'মৌচুমী' বুলি মই তোমাক মাতিব নোৱাৰো কিজানি।"

আকৌ থমকি ৰলোঁ। আচলতে কি কম ভাবি পোৱা নাছিলোঁ। কবলগীয়া মোৰ একো নাছিল। মৌচুমীৰ মনত প্ৰত্যয় জন্মাবলৈ তেনেদৰে কৈছিলোঁ। মই বিচাৰিছিলোঁ: মৌচুমীৰ জীৱনত যদি সঁচাকৈয়ে কিবা কাহিনী লুকাই আছে তেন্তে তাই উপযাচি কওঁক।

অনুমানৰ ওপৰত ভিত্তি কৰি তাতকৈ আৰু বেছি আগবঢ়া অন্যায়।

"তুমি মোক কি বুলি ভাবা ডাক্তৰ?"

"একো নাভাবো মৌচুমী। কিন্তু মইতো তোমাক দোষ দিয়া নাই। সেয়া কোনো দোষণীয় নহয়; বিয়া আৰু ভালপোৱা—বাৰু থাওঁক।"

"কোৱা ডাক্তৰ। কথাবোৰ শুনি মোৰ বৰ ভাল লাগিছে।"

"তাতকৈ তুমি কোৱা। মই শুনিম।"

"তাৰ পিচতো বহু সময়। মৌচুমীৰ মুখত মাত নাছিল।

আশা কৰা নাছিলোঁ যদিও চেষ্টা এৰা নাছিলোঁ। কিজানিবা সফল হওঁৱেই। কিন্তু সফল হোৱাৰ লক্ষণ মোৰ চকুত নপৰিল। নিমাত হৈ ৰোৱা মৌচুমীৰ চকুত দৃষ্টি ৰাখি ভাবিছিলোঁ: তাইৰ জীৱনত হয়তো মই কল্পনা কৰাৰ দৰে কোনো ঘটনা ঘটাই নাই। সেয়া মোৰ মিছা সন্দেহ! মিছা অনুমান।

"তোমাৰ কোনো ভয় নাই মৌচুমী। এই বিষয়ে কাকতিয়ে ঘুণাক্ষৰেও নাজানে। নিৰ্ভয়ে তুমি মোক সকলো কথা কৈব পাৰা। কিন্তু তেনেদৰে তেওঁ সঙ্কল্প লোৱাটো উচিত হোৱা নাই। আজীৱন অবিবাহিত হৈ ৰলেই ভালপোৱাৰ প্ৰতিদান দিয়া নহয়। তাক মহৎ প্ৰেম নোবোলে।"

অনুমানতে কলোঁ। সাধাৰণতে প্ৰথম যৌৱনৰ চপলতাক

ডেকা-গাভৰুৰ জীৱনত যি ঘটে, যি হয় সেই কথাৰ ওপৰত ভিত্তি কৰি কোৱা এষাৰ গোকাট মিছা কথা।

তাই তেতিয়াও নিমাত হৈ বৈছিল। কোনো কথা নকলে।

আত্ম প্ৰস্তুতিৰে মই সজাগ হৈ ৰলোঁ। মৌচুমীয়ে মোক হয়তো তিৰস্কাৰ কৰিব। মিছা সন্দেহৰ কাৰণে মোক গালি পাৰিব।

কিন্তু মৌন মৌচুমী মৌন হৈয়ে ৰ'ল।

মই সাহস পাইছিলোঁ।

মোৰ সন্দেহটো তেন্তে অমূলক নহয়? গাভৰুকালত নিশ্চয় তাইৰ জীৱনলৈ কোনোবা পুৰুষ আহিছিল। নহলে তাই কেতিয়াও ইমান মৌন হৈ নাথাকে। নৰয়। মোৰ অনুমান মিছা হোৱা হলে তাই মোক তিৰস্কাৰ কৰিলেহেঁতেন। অকথ্য কথাৰে গালি পাৰি থকা-সৰকা কৰিলেহেঁতেন। কাৰণ চৰিত্ৰত চিটিকনি পৰা ভিত্তিহীন কথা শুনি কোনো মানুহ নিমাত হৈ থাকিব নোৱাৰে।

"কথাবোৰ যদি সঁচা নহয় তেন্তে কাকতিক জনোৱাটো প্ৰয়োজন। এজনী বোৱাৰীৰ···।"

"তেন্তে তুমি তেওঁক চিনি পোৱা?"

মই চক্ খাই উঠিছিলোঁ। ৰাতিৰ আকাশত ৰামধেনু দেখা হলেও মই কিজানি সিমান বিস্মিত নহলোঁহেঁতেন। আশা নকৰা দুমূ'ল্য হীৰা এটুকুৰা পোৱাৰ আনন্দত মই উৎফুল্লিত হৈ পৰিছিলোঁ। কিন্তু সংযত হৈ ততাতৈয়াকৈ কলোঁ: তেওঁ মোক সকলো কৈছে মৌচুমী। কব খুখুজিও কৈছিল।

"বুজিছোঁ। তেওঁ নিশ্চয় আটাইবোৰ দোষ মোৰ গাত জাপি দি কথাবোৰ তোমাক কৈছে।"

"সেই কাৰণেই তোমাৰ পৰা মই শুনিব খুজিছোঁ। একপক্ষৰ কথাৰ পৰা সঁচা-মিছা প্ৰমাণ কৰিব নোৱাৰি।"

সুযোগ গ্ৰহণৰ অপূৰ্ব্ব মুহূৰ্ত্তটো হেৰুৱাৰ আশঙ্কাত তেনেদৰে কৈ উঠিলোঁ।

মৌচুমীয়ে কৈছিল। এটা প্ৰেমৰ কাহিনী। সক।

"তেওঁৰ নামটো তুমি নিশ্চয় জানা। আমাৰ প্ৰথম চিনাকিৰ পিচত আমি কেনেদৰে প্ৰত্যেকৰ ওচৰলৈ আগবাঢ়ি গৈছিলোঁ সেই বিষয়ে তেওঁৰ পৰা তুমি বোধহয় শুনিছা।"

মই বিপদত পৰিলোঁ। মই একো নাজানো। কিন্তু নাজানো বুলি কোৱাৰ উপায় নাই। আনবোৰ কথা সুধিব পাৰিলেও নামটোৰ কথা সুধিব নোৱাৰোঁ। কাৰণ মৌচুমীৰ ওচৰত মই ধৰা পৰি যাম।

"আৰম্ভণীৰ পৰাই কৈ যোৱা মৌচুমী।"

"কবলৈ একো নাই। আমাৰ ভালপোৱাৰ মাজত তেনে কোনো বিশেষত্ব নাছিল। তেনেই সাধাৰণ। গতানুগতিক। কিন্তু বিয়াৰ প্ৰশ্ন লৈ আমি সমস্যাত পৰিছিলোঁ। মা-দেউতাই মোৰ বিয়াৰ কথা চিন্তা কৰিছিল। সেই কথা তেওঁক মই কৈছিলোঁ। কিন্তু বিয়া কৰাবলৈ তেওঁ অমান্তি হৈছিল। কিয়নো জীৱনৰ সংস্থান নোহোৱাকৈ সংসাৰী হবলৈ যোৱাতকৈ ডাঙৰ মূৰ্খামি আৰু আন একো নাই। জীয়াই থকাৰ কাৰণে সাধাৰণ চাকৰি এটাও তেওঁ যোগাৰ কৰি লব পৰা নাছিল। অৱশেষত চাকৰিৰ সন্ধানত ওলালোঁ মই। আমাৰ যি কোনো এজনৰ চাকৰি এটা হলেই যথেষ্ট। এদিন মই চাকৰি পালোঁ। সমূহীয়া উন্নয়ন বিভাগৰ সামাজিক শিক্ষা বিষয়াৰ চাকৰি; আৰু সেই চাকৰিত ভৰ্ত্তি হবলৈ যাওঁতেই লগ পাইছিলোঁ তোমাক। সেই কাৰণে সিদিনা মোৰ ভয় হৈছিল। জানোচা মই অশুচি হৈ যাওঁ। তেওঁৰ বিশ্বাস ৰক্ষা কৰিব নোৱাৰোঁ। কিন্তু অশুচি নহলোঁ।

চাকৰি পাইছিলোঁ সঁচা। কিন্তু শান্তি পোৱা নাছিলোঁ। খণ্ড উন্নয়ন বিষয়া বৃন্দাবন শইকীয়াৰ লুভীয়া চকুৰ পৰা নিজক ৰক্ষা কৰিবলৈ মই যথেষ্ট কষ্ট কৰিবলগীয়া হৈছিল। মই বিব্ৰত হৈ পৰিছিলোঁ। ৰাতি দুপৰতো শইকীয়াই মোক মাতি পঠিয়ায়। মফঃচললৈ গলে চৰকাৰী কাম দেখুৱাই মোক লগত লৈ যাব খোজে। মই শইকীয়াৰ উদ্দেশ্যটো বুজি পাইছিলোঁ। পুৰুষসকলৰ ধাৰণাঃ

জীৱিকাৰ বাট বিচাৰি ঘৰৰপৰা বাহিৰলৈ ওলাই অহা আটাইবোৰ নাৰীয়েই চৰিত্ৰহীনা। চৰিত্ৰ বুলি সিহঁতৰ কোনো এটা বস্তুৱেই নাই।

মোৰ সন্দেহ হৈছিল। তেনেদৰে মই কিজানি সৰহদিন নিজক ৰক্ষা কৰিব নোৱাৰিম।

সেই সময়তে মোমাইদেৰে তেখেতৰ বন্ধু এজনৰ লগত মোৰ বিয়াৰ প্ৰস্তাৱ লৈ মা-দেউতাৰ ওচৰ পাইছিল। তেওঁক মই আটাই-বোৰ কথা কৈছিলোঁ। আমাৰ বিয়াখন পতাৰ কাৰণে জোৰ কৰিছিলোঁ, কিন্তু তেওঁ মোক কি কৈছিল জানা? তেওঁ হেনো মোক বিয়া কৰাব নোৱাৰে। নকৰায়।"

"কাৰণ?" হঠাৎ মোৰ মুখেৰে ওলাই পৰিল।

"কাৰণ আৰ্থিক দুৰাৱস্থা। আজীৱন অবিবাহিত হৈ থকাৰ প্ৰতিজ্ঞাৰে সমাজ আৰু চৰকাৰৰ বিৰুদ্ধে থিয় দোৱাৰ সঙ্কল্প লৈছিল। মই তেওঁক বুজাইছিলোঁ: সংসাৰী হোৱাৰ পৰা আঁতৰি থাকিলেই নিবনুৱা সমস্যা দূৰ নহয়। কিন্তু তেওঁ মান্তি নহ'ল। তেওঁৰ যুক্তি: জীয়াই থকাৰ তাড়নাই অকল আমাৰে নহয় আৰু বহুতৰ সুখৰ সপোন ভাঙি চূৰমাৰ কৰি দিব। উপাৰ্জ্জনৰ পথ বিচাৰি হাঁহাকাৰ কৰি ঘূৰি ফুৰা হেজাৰ হেজাৰ ডেকাৰ হেৰাই যাব স্বাভাৱিক জীৱন। পাৰিবাৰিক জীৱনৰ পৰা সিহঁত বঞ্চিত হৈ পৰিব। পতনমুখী সমাজত আৰম্ভ হব অনাচাৰ, অত্যাচাৰ আৰু ব্যভিচাৰ। অপৰাধ আৰু অপৰাধীৰ বৰ্দ্ধিত সংখ্যাই সমাজ বিপন্ন কৰি তুলিব। সমাজত আবিয়ৈ গাভৰুৰ সংখ্যাই বৃদ্ধি পাব। অসমীয়া ঘৰ এখনৰ চেনেহ কোমল মৌমিঠা পৰিবেশ হেৰাই যাব। সৃষ্টি হব ভোজনালয়ৰ দৰে কৃত্ৰিম পৰিয়ালৰ মৰম-চেনেহৰ ভুৱা পৰিবেশ। 'এজনৰ ত্যাগে হেজাৰজনৰ মুখত হাঁহি বিৰিঙোৱাৰ' আদৰ্শ লৈ তেওঁ মোৰ ওচৰৰ পৰা চিৰদিনলৈ আঁতৰি গ'ল। হেৰাই গ'ল। আৰু কক্ষচ্যুত তৰাৰ দৰে ময়ো চিটিকি আহি এইখিনি পালোঁহি। মোৰ কোনো দুখ নাছিল। কিন্তু সন্দেহ হৈছিল আনৰ কাৰণে নিজক বলি দিব

পৰা মানুহ জানো আজিও আমাৰ সমাজত আছে? আৰু মোৰ শুচৰৰ পৰা আঁতৰি গৈয়েই বা তেওঁ কি কৰিলে? কি কৰিব পাৰিছে? কাকতিৰ ওচৰলৈ আজিও পুৰা-গধূলি শ-শ ডেকা আহে। সিহঁতক চাকৰি লাগে। তেনেদৰে আৰু হেজাৰজন ডেকা জীয়াই থকাৰ উপায় বিচাৰি আনৰ ওচৰলৈ যায়।

সাধাৰণ চাকৰি এটাৰ কাৰণে হেজাৰ হেজাৰ ডেকাই অফিচে অফিচে যদি ভিক্ষাৰীৰ দৰে ঘূৰি ফুৰিবই লাগে তেন্তে তেওঁৰ সেই আত্মত্যাগৰ সন্মান ৰ'ল ক'ত? জানো: কৰ্ম্মক্ষেত্ৰৰ সংখ্যা বৃদ্ধি নহলে, উদ্যোগ নাবাঢ়িলে এই দুৰাৱস্থাৰ অৱসান নহয়। কিন্তু যিমানবোৰক সুবিধা দিব পাৰি সিমানখিনিকো দিয়া নহয় কিয়? দেশৰ কৰ্ণাধাৰ-সকল ইমান উদাসীন কেলেই? চাকৰি প্ৰাৰ্থীসকল অসমীয়া ডেকা। সেইটোৱে সিহঁতৰ দোষ নেকি? তুমি হয়তো কবা: অসমীয়া ডেকাবোৰ এলেহুৱা; সোৰোপা। সিহঁত গাঁৱলৈ উভতি যোৱা উচিত। কিন্তু গাঁৱলৈ গৈ সিহঁতে কৰিব কি? খেতিৰ মাটি ক'ত? চৰকাৰী মাটিত পমুৱাৰ মইমতালি। থলুৱা লোকে মাটি নাপায়। কিন্তু পাৰ-পত্ৰ নোহোৱাকৈ অহা লোকে সকলো সুবিধা পায়। সেইসকল লোকৰ ৰক্ষণা-বেক্ষণৰ কাৰণেই যেন আমাৰ চৰকাৰ। আমাৰ প্ৰতিপত্তিশীল ৰাইজ। ভূমহীন অসমীয়া লোকৰ সঠিক হিচাব আমাৰ হাতত নাই। কিন্তু কিমানক ভগনীয়া ঋণ, সংস্থাপন ঋণ দিব লাগিব সেই হিচাবত আমাৰ অকণো ভুল নহয়। যিসকলৰ মাটি আছে—খেতিৰ ওপৰত নিৰ্ভৰ কৰি জীয়াই থাকিব পাৰে সেইসকলৰ অৱস্থা আৰু শোচনীয়। অত্যাচাৰত তেওঁলোক জুৰুলা। স্নাতক হৈ ওলাই আহি অটোৰিক্সা চলাবলৈ লাজ নোপোৱা অসমীয়া ডেকাসকলক কোনোবাই সোৰোপা, এলেহুৱা বুলি কলে কোনো জীয়া মানুহে সহ্য কৰিব নোৱাৰে।"

মৌচুমী থমকি ৰৈছিল। ভাগৰি পৰিছিল। উত্তেজিত মৌচুমীৰ

কথাবোৰত উষ্ণতা আছিল। কিন্তু মোক সহায় কৰিব পৰা কোনো তথ্য নাছিল।

"কিন্তু তোমাৰ চকু দুটাৰ কথা তেওঁ কি কৈছিল, নকলা দেখোন ?"

"কৈছিল: মই তোমাক পাহৰি যাব প্যাৰম বুলি কেতিয়াও নাভাবো মৌচুমী। আৰু কেতিয়াবা তোমাক পাহৰি গলেও তোমাৰ চকু দুটাৰ কথা কোনো দিনেই পাহৰি যাব নোৱাৰিম কিজানি। কিজানি নহয় কোনো দিনেই নোৱাৰিম।"

"তাৰ পিচত ?" মোৰ প্ৰশ্ন।

"তাৰ পিচত আৰু কি থাকিব পাৰে? তেওঁ আঁতৰি গ'ল। অথবা মই নিজেই আঁতৰি আহিলোঁ।"

"আৰু কিছুদিনৰ পৰা তেওঁলৈ তোমাৰ বৰকৈ মনত পৰিছে নহয় ?"

মৌচুমীয়ে একো নামাতিলে।

বেৰৰ ছবি এখনলৈ চাই চাই ভাবিছিলোঁ: কোন সেইজন অসমীয়া ডেকা? শান্তনু নেকি? শান্তনুৱে ভাল পাইছিল জানো। মৌচুমীক নহয়। নবনীতাক।

অনুচ্চস্বৰত মৌচুমীয়ে শুনাকৈ নিজক কোৱাৰ দৰে কৈছিলোঁ: শান্তনু চালিহা।

নামটো উচ্চাৰণ কৰিয়েই তীৰ্য্যক দৃষ্টিৰে মৌচুমীৰ চকুলৈ চাইছিলোঁ। কিন্তু কোনো অস্বাভাৱিকতা মোৰ চকুত নপৰিল। মই কোৱা শান্তনুৰ নামটো তাইৰ কাণত পৰা নাছিল বুলি মোৰ সন্দেহ হৈছিল। সম্মুখত পৰি থকা ৰাইটিং পেডটোৰ পাত এখিলাত ডাঙৰ ডাঙৰ আখৰেৰে শান্তনু চলিহাৰ নামটো ঘঁহাই ঘঁহাই লিখিছিলোঁ। মৌচুমীয়ে দেখিছিল। আঁৰ চকুৰে মই তাইৰ চকুলৈ চাইছিলোঁ। কিন্তু কোনো পৰিবৰ্ত্তন মই দেখা নাপালোঁ।

মই ভবাৰ দৰে হয়তোবা শান্তনু নহয়েই। আন কোনোবা।

।। ৯ ।।

বৰ অপ্ৰত্যাশিতভাৱে শান্তনু চলিহাক এদিন লগ পাইছিলোঁ।

চেৰাৰ মাম্‌লোকেভৰ কাহিনী শুনি শুনি মই কৌতূহলী হৈ পৰিছিলোঁ। গুহাটোৰ ভিতৰত সোমাই চোৱাৰ প্ৰবল হেঁপাহ এটা হৈছিল। কিন্তু সময় আৰু সুবিধা পোৱা নাছিলোঁ।

এটা ভয় লগা গুহা। অন্ধকাৰ। শুকান বাঁহৰ জ্বলন্ত জোৰ হাতত লৈ ভিতৰলৈ সোমাই যাব লাগে। তথাপি ভিতৰত সোমোৱাৰ লগে লগে এটা অজানিত শঙ্কাত গা-মূৰ শিঁহৰি উঠে। গুহাটোৰ ভিতৰত অসংখ্য পথ। পথ ভুল হলে মৃত্যু সুনিশ্চিত। কামাখ্যাৰ যোনী প্ৰদেশৰ পৰা অবাৰিতভাৱে বৈ থকা জলধাৰাৰ দৰে গুহাটোৰ ভিতৰত ওৰে বছৰ চূণশিলৰ চপৰাবোৰ খহি খহি পৰে। বৰফৰ টুকুৰাৰ দৰে সৰি পৰা চূণশিলৰ চপৰাবোৰ জ্বলন্ত জোৰৰ উজ্জ্বল পোহৰত মুকুতা যেন লাগে। হীৰাৰ টুকুৰা কিছুমান সৰি পৰা যেন অনুমান হয়। কেতিয়াবা কেতিয়াবা একোটা প্ৰকাণ্ড শিল খহি পৰি পথ বন্ধ কৰি পেলায়। চূণশিল।

গুহাটোৰ প্ৰৱেশ পথটো ধৰাতলৰ পৰা কেইহাতমান ওখত। প্ৰৱেশ পথটোৰ ভিতৰলৈ সোমোৱাৰ লগে লগে আৰম্ভ হয় উশাহ বন্ধ হৈ যাব খোজা ঘন অন্ধকাৰৰ এটা ডাঠ আৱৰণ। এন্ধাৰ ফালি আগবাঢ়ি যোৱা যাত্ৰীসকলৰ হাতৰ জ্বলন্ত জোৰৰ পোহৰত চুঙা বাদুলীজাকৰ টোপনি ভাঙি যায়। এফালৰ পৰা আনফাললৈ আতঙ্কত উৰি ফুৰে। কোমল শিলত খুন্দা খাই আকৌ উভতি আহে। শিলৰ ফাঁকত লুকাই থকা দুই-এটা ভেকুলীয়ে পোহৰ সহিব নোৱাৰি ইফালে সিফালে

জ'পিয়ায়। কিন্তু কিছুদূৰ ভিতৰলৈ সোমোৱাৰ পিচত বাদুলীৰ জাক, ভেকুলী আদি একো চকুত নপৰে। বোধহয় ইমান ঘন অন্ধকাৰ সিহঁতে সহিব নোৱাৰে।

কেবাজনো মানুহ একেলগে আগবাঢ়ি যাব পৰা এটা একাবেকা সুৰঙ্গ। সুৰঙ্গটোৰ ওৰে পথচোৱাত বহুতো উপপথ। বাটবোৰ এনে-ভাৱে আছে যে কোনটো প্ৰধান পথ আৰু কোনটো উপপথ বুজিব নোৱাৰি। কোনোবা এটাৰে কিছুদূৰ আগবাঢ়ি যোৱাৰ পিচত আৰু আগুৱাব নোৱাৰি। পথ বন্ধ। আগবঢ়াৰ উপায় নাই। উভতি আহি আকৌ আন এটা বাটেৰে আগবাঢ়িবলগীয়া হয়। এনেদৰে কিমান দূৰলৈ যাব পাৰি কোৱা টান। বহুতে কয়ঃ প্ৰধান সুৰঙ্গটো হেনো ব্ৰহ্মদেশত ওলাইছেগৈ। কিন্তু সঁচা-মিছাৰ প্ৰমাণ চোৱাৰ সাহস কাৰো হোৱা-নাই।

গুহাটোৰ ভিতৰৰ কিছু দূৰত এটা নিজৰা। নিৰ্ম্মল পানীৰ মাজে মাজে দৌৰি ফুৰা সৰু সৰু মাছবোৰ দেখিবলৈ বৰ ধুনীয়া। ধীৰ গতিৰে বৈ যোৱা নিজৰাটো পাৰ হৈ কোনো অনুসন্ধিৎসুকাৰীৰ দল আৰু আগ নাবাঢে। আগুৱাবলৈ সাহস নকৰে। কেইজনমান সাহসী ইংৰাজে হেনো ৰহস্যভেদ কৰিবলৈ গৈ আৰু উভতি আহিব পৰা নাছিল। তেওঁ-লোক নিজেই ৰহস্যাবৃত হৈ ৰ'ল।

তাৰ পিচত আৰু কোনো মানুহ নিজৰাটোৰ সিপাৰলৈ যোৱা বুলি শুনা নাই। উভতি অহাৰ সময়ত বাট যাতে ভুল নহয় তাৰ বাবে দীঘল ৰচি এডালৰ এটা মূৰ বাহিৰত বান্ধি থৈ আনটো মূৰ লগত লৈ যাব লাগে। নহলে ওলাই অহাৰ বাট বিচাৰি মৃত্যুৰ লগত ভেটাভেটি হোৱাৰ সম্ভৱনাই বেছি।

কেইবছৰমান আগতে এজনী ইটালীয়ান গাভৰু গুহাটোৰ ভিতৰলৈ সোমাই যোৱাৰ কথা বহুতেই জানে। লগত আছিল এজন জনজাতীয় ডেকা। হাতত জ্বলন্ত জুইৰ শিখা। গাভৰুজনীৰ কান্ধত ওলোমাই লোৱা এটা কেমেৰা। হাতত পিষ্টল।

কিন্তু সেই গাভৰুজনী ওলাই আহিছিল নে নাই কেৰে নাজানে। পথ প্ৰদৰ্শক ডেকাজন কিন্তু ওলাই আহিছিল। ডেকাজনক বহুতে বহুত কথা সুধিব খুজিও নুসুধিলে। কাৰণ জনবিশ্বাসে কয়ঃ নিজৰাটোৰ সিপাৰৰ কিছুদূৰৰ পৰাই আৰম্ভ হৈছে সিদ্ধপুৰুষসকলৰ সমাধিস্থান্। মুখত দীঘল পকা ডাড়ি। মূৰত জ'ট। আটাইবোৰ উৰ্দ্ধবাহু। তপস্যাৰত। সমাধিস্থ। কোনোবাই বুকুত সাহস বান্ধি আগুৱাই গলেও সমাধিস্থ সিদ্ধ পুৰুষসকলক অতিক্ৰম কৰি আৰু আগুৱাব নোৱাৰে। মানুহৰ বিশ্বাসঃ তপস্যাৰত পুৰুষসকলৰ ওচৰৰ পৰা কোনোবা উভতি আহিব পাৰিলেও সেই কথা প্ৰকাশ কৰা নিষেধ। নিষেধ নমনাজন হেনো নিৰ্বাক হৈ যায়।

এয়া কিংবদন্তী। সঁচা-মিছাৰ প্ৰমাণ নাই।

কিন্তু কথাবোৰ শুনি মামলোকেভৰ ভিতৰখন চাবলৈ মই কৌতূহলী হৈ পৰিছিলোঁ।

ফাগুন মাহৰ এটা ফৰকাল ৰাতিপুৱা। ৰবিবাৰ। হাস্পাতালত তেনে কোনো সঙ্কটজনক অৱস্থাৰ ৰোগী নাছিল। সুবিধা পাই ৰাতি-পুৱাই চেৰালৈ ওলালোঁ। লগত আৰু কেইজনমান সমনীয়া বন্ধু। বন্ধু কেইজনেই যাত্ৰাৰ আয়োজন কৰি মোক তেওঁলোকৰ সঙ্গী হবলৈ অনুৰোধ কৰিছিল। মই ভালেই পাইছিলোঁ। কিন্তু ভগৱানৰ ইচ্ছা বোধহয় অন্যৰূপ। চেৰাপুঞ্জীৰ পৰা অলপ গলেই আমি মামলোকেভ পামগৈ। গতিকে অভিযান আৰম্ভৰ আগে আগে চাহ একোপিয়লা খাম বুলি আটাইবোৰে গাড়ীৰ পৰা নামিছিলোঁ। সেই সময়তে জীপ এখন আহি আমাৰ ওচৰত ৰৈছিল। পূৰ্ণগতিত আগবাঢ়ি আহি হঠাতে ৰৈ যোৱা জীপখনৰ অতপালি দেখি বন্ধু এজনে চালকক গালি পাৰিব খুজিছিল। কিন্তু গালি পৰা আৰু নহ'ল। জীপখনৰ পৰা কোনোবা এজনে মোক চিঞৰি মাতিছিল। উভতি চালোঁ। চেৰাৰ খণ্ড উন্নয়ন বিষয়া দত্ত। মোৰ চিনাকি। চৰকাৰী কামৰ সূত্ৰত আমাৰ মাজত গঢ়ি উঠিছিল এটা পাতল বন্ধুত্ব। দত্ত মোৰ ওচৰলৈ আহি খিখন

আহুকালৰ কথা কলে তাৰ পিচত মানুলোকেও চোৱাৰ প্ৰবল ইচ্ছা নেওচি দত্তৰ ঘৰলৈ ঢাপলি মেলিবলৈ বাধ্য হৈছিলোঁ। মিছেছ দত্তৰ সংকটপূৰ্ণ অৱস্থা। স্থানীয় হাস্পাতালখনৰ দায়িত্বত থকা ডাক্তৰজন নাই। কেইদিনমানৰ ছুটীত ঘৰলৈ গৈছে। গতিকে মোক নিবলৈ তেখেতে জীপ লৈ আহিছিল। ভগৱানে হে হেনো মোক তালৈকে টানি নিয়াইছে। নিৰুপায় হৈ দত্তৰ পিচে পিচে গৈ জীপত উঠি বহিলোঁ। লগৰীয়া কেইজনক কলোঁ: পলম হলে মোলৈ অপেক্ষা কৰিব নালাগে। তেওঁলোক যাবগৈ।

মিছেছ দত্তৰ অৱস্থা সঁচাকৈয়ে সঙ্কটজনক। কিন্তু কৰিব-লগীয়া একো নাছিল। দৰৱ-পাতি, সা-সৰঞ্জাম মোৰ লগত একো নাই। অৱশেষত দত্তই যেনিবা চেৰাৰ হাস্পাতালৰ পৰা প্ৰয়োজনীয় যন্ত্ৰপাতিবোৰ মোক আনি দিছিল। স্থানীয় বিষয়া এজনৰ অনুৰোধ পেলাবলৈ কম্পাউণ্ডৰজনে বোধহয় ভাল নাপালে।

মিছেছ দত্তৰ লগত লাগি থাকোঁতেই আবেলি চাৰি বাজিল। তাৰ পিচত চাহ-জলপান খাই আজৰি হওঁতে আৰু এঘণ্টা সময় পাৰ হৈ গ'ল।

উন্নয়ন খণ্ডৰ জীপখনেৰে দত্তই মোক ঘৰত থৈ যোৱাৰ ব্যৱস্থা কৰিছিল।

দত্তৰ ওচৰৰ পৰা বিদায় লৈ কিছুদূৰ অহাৰ পিচতে গাড়ীখন ৰৈছিল 'কি হ'ল' বুলি ড্ৰাইভাৰক সুধিব খোজোঁতেই চকুত পৰিল কেকুৰিটোৰ ওচৰত থিয় হৈ আছে এজন পথচাৰী। জীপখন ৰখাবলৈ দঙা হাতখন তেতিয়াও নোমোৱা নাই।

গাড়ীখন ৰ'লত পথচাৰীজন আগবাঢ়ি আহিল। তেওঁকো শ্বিলঙলৈ আনিব পাৰিম নেকি সুধিছিল। গাত গ্ৰেটকোট। মূৰত এটা দীঘল বান্দৰ টুপী। মানুহজনৰ মুখলৈ নিবিখি চালোঁ। শান্তনু চলিহা। মই প্ৰায় চিঞৰি দিয়াৰ দৰেই চিঞৰি উঠিলোঁ: আৰে চলিহা দেখোন। আহক আহক। ইয়ালৈ ক'লৈ আহিছিল?

মোক দেখি চলিহা আশ্বস্ত হৈছিল। 'অ' আপুনিহে' বুলি গাড়ীত উঠি বহিল।

সঙ্গী এজন পাই মোৰ ভালেই লাগিছিল।

প্ৰত্যেকে প্ৰত্যেকৰ খা-খবৰ লোৱাৰ পিচত আমি হাঁহি-ধেমালিৰেই আহিছিলোঁ।

চেৰাৰ পৰা কিমান দূৰ আহিছিলোঁ নাজানো। কেকুৰি এটাৰ ওচৰত গাড়ীখন আকৌ ৰৈ গ'ল। সন্মুখত এডাল প্ৰকাণ্ড গছ। পথ বন্ধ। কেইজনমান গোৰ্খালীয়ে গছডাল টুকুৰা কৰি বাট মোকোলাবলৈ আপ্ৰাণ চেষ্টা কৰিছে। পুৰণি গছ। কুঠাৰৰ ঘাপ নবহে। উফৰি আহে। ডাঙৰ কৰতেৰে দুচোৱা কৰিবলৈ চেষ্টা কৰি বিফল হৈ অৱশেষত কুঠাৰেৰে চিয়াবলৈ যত্ন কৰিছে। ৰাস্তাটো আগুৰি পথালিকৈ পৰা গছডাল চেৰাই গাড়ী পাৰ কৰাৰ কোনো উপায় নাই। ৰাস্তাৰ সোঁহাতে চকুৰে নমনা দ কুৰুং। বাওঁহাতে ওখ পাহাৰ।

অতি কমেও তিনি-চাৰি ঘণ্টাৰ আগেয়ে বাট মুকলি হোৱাৰ আশা নেদেখি আমি গাড়ীৰ পৰা নামি পৰিলোঁ। নিৰ্জ্জন পাহাৰৰ মাজৰ নিজঞ্জাল পৰিবেশ। দূৰৰ আকাশত অস্তগামী সূৰ্য্যৰ ৰং। শীতৰ ফেৰ্‌ফেৰীয়া বতাহ।

চিগাৰেট হুপি হুপি আমাৰ আমনি লাগিছিল।

অপেক্ষাৰত মুহূৰ্ত্তবোৰ বৰ দীঘল। আমনিদায়ক।

আমি আকৌ উভতি আহি গাড়ীত বহিলোঁ। ড্ৰাইভাৰজনে সিহঁতক দাবী-ঢমকনি দি খৰখেদা কৰিবলৈ কৈছিল। সুযোগ বুজি কেইমাহমান আগৰ ৰাতিৰ ঘটনাটোৰ কথা উল্লেখ কৰি চলিহাৰ প্ৰতিশ্ৰুতিটোলৈ সোঁৱৰাই দিলোঁ।

চলিহাই আপত্তি কৰা নাছিল। কৈছিল ঃ এৰা, মই আপোনাৰ ওচৰত ধৰুৱা হৈ আছোঁ। সময় কটাবলৈ সেইটো বেয়া বুদ্ধি নহয় কিন্তু চাওক ডাক্তৰ, সিদিনা ৰাতি প্ৰতিশ্ৰুতি দিছিলোঁ যদিও

আটাইবোৰ কথা আপোনাক খৰচি মাৰি কব নোৱাৰিম। কাৰণ কিছুমান কথা আনৰ জীৱনৰ লগত এনেভাৱে সাঙোৰ খাই আছে যে সেই আটাইবোৰ কথা প্ৰকাশ কৰাটো মোৰ কাৰণে অশোভনীয়েই নহয়; অনুচিতো। তেনেবোৰ কথা প্ৰকাশ হৈ পৰিলে কাৰোবাৰ জীৱনত বিস্ফোৰণ ঘটিব পাৰে। গতিকে আনক স্পৰ্শ নকৰাকৈ যিখিনি কোৱা সম্ভৱ সিমানখিনিকে ক'ম।

শান্তনু থমকি বৈ মোৰ মুখলৈ চাইছিল। অৰ্থাৎ কথাবোৰ কবনে নকয়। মই উৎসাহ দিছিলোঁ।

চিগাৰেট এটা জ্বলাই শান্তনুৱে কৈ গৈছিল: জীৱনৰ দ্বিতীয়াৰ্দ্ধত জীৱিকাৰ পথ এটাৰ খুউব প্ৰয়োজন। চাকৰি, ব্যৱসায়, খেতি নতুবা তেনে কিবা এটা। কিন্তু মই একো কৰিব নোৱাৰিলোঁ। কাৰবাৰ কৰিবলৈ মূলধন নতুবা খেতি কৰিবলৈ মাটি নাই। দেউতা অৱসৰ-প্ৰাপ্ত শিক্ষক। জীয়াই থকাৰ মূলধন হিচাবে আছিল - দেউতাৰ সাঁচতীয় টকা আৰু স্থাৱৰ-অস্থাৱৰ সম্পত্তিৰ বিনিময়ত পোৱা কলেজৰ ডিগ্ৰী এটা। কিন্তু জীয়াই থকাৰ কাৰণে অকল কলেজৰ ডিগ্ৰীটোৱে যথেষ্ট নহয়। চাকৰি বিচাৰি ঘূৰি ফুৰোঁতে লগ পাইছিলোঁ অভাৱ-অনাটনত জুৰুলা হোৱা এজাক অসমীয়া ডেকা। সেইজাক ডেকাৰ শুকান, অনিশ্চয়তাৰ অন্ধকাৰত মলিন হৈ যোৱা মুখবোৰ দেখি নিজৰ অভাৱ-অভিযোগটোৰ কথা দেখোন পাহৰি গলোঁ। চাকৰিৰ বিজ্ঞাপনবোৰ দিয়া হয় খাব নোপোৱা আশাবাদী ডেকাৰ ধনেৰে ৰাজহ বঢ়াবলৈহে। চাকৰি দিবলৈ নহয়। পাঁচ টকাৰ ট্ৰেজাৰী চালান এখন দিবলৈ চহৰলৈ অহা-যোৱা কৰোঁতে কমেও আৰু দহ টকা খৰচ হয়। এইবোৰ দেখি-শুনি মন ক্ষুব্ধ হৈ উঠিল। কিন্তু কাৰ প্ৰতি এই বিক্ষোভ নাজানো। ক্ষোভিত মনৰ আন এটা নাম যদি বিদ্ৰোহ-বোধ তেন্তে মই কিজানি বিদ্ৰোহী হৈ পৰিছিলোঁ। তেতিয়া মোৰ চাকৰিৰ প্ৰয়োজন এটা নহয়। হেজাৰ হেজাৰ চাকৰিৰ প্ৰয়োজন।

আমি জীৱনৰ বাটত উজুটি খালোঁ। তাৰ পিচতে লগ পালোঁ আপোনাক। নবনীতাৰ মৰণোত্তৰ প্ৰতিবেদনৰ সংক্ৰান্তত আপোনাৰ ওচৰলৈ গৈছিলোঁ। আপুনি প্ৰতিবেদন দিছিল। সাধাৰণতে আনবোৰ ডাক্তৰে যেনে প্ৰতিবেদন এখন দিলেহেঁতেন তেনে প্ৰতিবেদন এখনকে আপুনিও দিছিল। আমাৰ পৰাজয় হৈছিল। তিনিজনীয়া তদন্ত কমিটিৰ ৰিপ'ৰ্ট চৰকাৰে পুতি থলে। কিন্তু আমি জয়ী হৈছিলোঁ। কেনেকৈ জয়ী হৈছোঁ সেই কথা আপুনি মোক নোসোধাই ভাল। জয়ী নোহোৱাহেঁতেন সিদিনা ওৰে ৰাতি আপোনাক আমনি নকৰিলোঁহেঁতেন। চৰকাৰী হাস্পাতালৰ পৰা অস্ত্ৰোপচাৰৰ···।

"ক্ষমা কৰিব চলিহা, নবনীতাক আপুনি ভাল পাইছিল ?"

কথাৰ মাজতে মই সুধি পেলাইছিলোঁ।

শান্তনুৱে হাঁহিছিল।

"ধৰক ভাল পাইছিলোঁ। কিন্তু সেই ভালপোৱা এজন ডেকাই এজনী গাভৰুক ভালপোৱাৰ দৰে ভালপোৱা নহয়। অৱশ্যে কাৰোবাক যে ভালপোৱা নাছিলোঁ তেনে নহয় ! পাইছিলোঁ। কিন্তু নবনীতাক নহয় দেই। বাকু য'ক সেইবোৰ। নবনীতাৰ প্ৰতি মোৰ কোনো দুৰ্ব্বলতা নাছিল। জীয়াই থকাৰ উপায় বিচাৰি আমাৰ মাজলৈ অহা এজনী গাভৰুৰ প্ৰতি যিমানখিনি সহানুভূতি থকা প্ৰয়োজন তাতকৈ অকণো বেছি আকৰ্ষণ বা দুৰ্ব্বলতা নাছিল। মোৰো। নবনীতাৰো। বুজিছোঁঃ আপুনি তেনেদৰে ভবাই স্বাভাৱিক। কিন্তু ভালপোৱাৰ দুৰ্ব্বলতা লৈ সিদিনা আপোনাক তেনে অনুৰোধ কৰা নাছিলোঁ।

নবনীতা মৰিল। বহুতে চাকৰি পালে। কিন্তু থলুৱা লোকৰ প্ৰতি অন্যায়ৰ সামৰণি নপৰিল। চাকৰি পালে এজনে বা দুজনে। কিন্তু হেজাৰ হেজাৰ ক্ষুধাতুৰ ডেকাই পেটৰ ভোকত বলিয়া কুকুৰৰ দৰে চুৱা পাওঁনিলৈ আশা পালি বৈ থাকিল। ৰিজাৰ্ভড্ বেঙ্ক, পষ্ট এণ্ড টেলিগ্ৰাফ, ৰেলৱেত আৰু কিছু চাকৰি ওলাল। তাতো সেই

একেই অবিচাৰ। সেই সময়ত বিধান সভাত সভাঘৰৰ মুধচ উৰুৱাই দিব খোজা বিৰোধী পক্ষৰ গৰম গৰম বক্তৃতা। ক্ষীণ আশা এটাৰে সংগ্ৰাম পৰিষদৰ কেইজনমানক লগত লৈ শ্বিলং পালোঁহি। মন্ত্ৰী, বিধান সভাৰ সদস্যসকলক লগ ধৰিলোঁ। বৰ্ত্তমানৰ নিৰনুৱা সমস্যাই জন্ম দিবলৈ ওলোৱা ভৱিষ্যতৰ ভয়াবহ কথা ফঁহিয়াই কলোঁ। কিন্তু তেখেতসকলৰ মতে অসমৰ নিবনুৱা সমস্যাটো হেনো এটা সমস্যাই নহয়। আন ৰাষ্ট্ৰৰ তুলনাত অসমৰ অৱস্থা অতি সন্তোষ-জনক। বিৰক্তিত মন ভৰি পৰিল। ক্ষোভ, অপমান আৰু পেটৰ জ্বালাত মন বিক্ষিপ্ত হৈ উঠিল। মই শ্বিলঙতে বৈ গলোঁ। সজাতি দলৰ বাকী সভ্যবোৰ গ'লগৈ। সংগ্ৰাম পৰিষদ নপুংসকৰ দৰে জীয়াই থাকিল। কিন্তু আপোনালোকৰ ভাষাত মোৰ মৃত্যু হ'ল।

শ্বিলঙত বৈ যোৱাৰ কাৰণ এটা আছিল।

ইতিমধ্যে দেউতা আঁতৰি গৈছে। বুঢ়া বয়সত পুতেকৰ উপাৰ্জ্জন খাবলৈ দেউতা আৰু সৰহ দিন বৈ থাকিব নোৱাৰিলে। আৰু এজন নিবনুৱাৰ সংখ্যা বঢ়াবলৈ ভাইটো তেতিয়া কলেজত। মাৰ নামত জীয়াই আছিল এটা কঙ্কাল। ভনীজনীৰ কেইবছৰমান আগতে বিয়া হৈ গৈছিল। সিহঁতৰ অৱস্থাও ভাল নহয়। ধনী মানুহৰ ঘৰৰ ল'ৰাই শিক্ষকৰ ছোৱালী বিয়া কৰাবলৈ অহাটো পাপ। জাত-কুল যোৱা কথা। গতিকে নেফাত কাম কৰা সহকাৰী শিক্ষক এজনলৈকে দেউতাই ভনীজনীক উলিয়াই দিছিল। দেউতাৰ মৃত্যুৰ খবৰ পাই মাক শান্তনা দিবলৈ অহা ভনীজনী আৰু উভতি যাবলগীয়া নহ'ল। গৰ্ভত তিনিমহীয়া ভ্ৰূণ লৈ অহা ভনীজনীক আজি পঠিয়াম কাইলৈ পঠিয়াম কৰোঁতেই কেবামাহো পাৰ হৈ গ'ল। তথাপি বিমানৰ ভাৰাখিনি যোগাৰ কৰিব পৰা নাছিলোঁ।

পৰিষদৰ কামত ঘূৰি ঘূৰি কেইদিনমান পিচত আহি ঘৰ পাইছিলোঁ। ৰাতি তেতিয়া ভালেমান হৈছিল। চোতালত ভৰি দিয়াৰ লগে লগে বুকুখন চিৰিংকৈ উঠিল। ঘৰৰ ভিতৰত ভনীজনীৰ

যন্ত্ৰণা-কাতৰ অসহ্য চিঞৰ। সৰালৰিকৈ ভিতৰলৈ সোমাই গলোঁ। এডোখৰ তেজত ডুবি থকা ভনীজনীয়ে মোক দেখি চিঞৰি উঠিছিল : মোক তইঁতে মাৰি পেলা ককাইদেউ।

মাই কৈছিল : কোনোবা ডাক্তৰ এজনক পাৰ যদি আনগৈ বোধহয় সন্তানটো মৰিছে। আবেলি পিছল খাই পৰিছিল। তেতিয়াৰ পৰাই তাই তৎ পোৱা নাই।

মই দৌৰিছিলোঁ। আমাৰ ঘৰৰ পৰা চহৰলৈ তিনি মাইল বাট। সেই বাটচোৱা অতিক্ৰম কৰি চহৰ পাওঁতে মোৰ কিজানি দহ মিনিট সময়ো লগা নাছিল। চহৰখনে তেতিয়া শুইছিল। কিন্তু ডাক্তৰ ফুকনৰ ঘৰটো মই চিনি পাওঁ। তেখেতৰ দুৱাৰতগৈ টুকুৰিয়ালোঁ।

অলপ পিচত ঘৰৰ ভিতৰৰ পৰা ক্ষীণ পোহৰ এটা ভাঁহি আহি মোৰ চকুত পৰিল। উদং জেপখনৰ কথা মই পাহৰিয়েই আছিলোঁ। দুৱাৰ খোলাৰ লগে লগেহে মোৰ মনত পৰিল।

আগধন নাপালে সিমান ৰাতি ডাক্তৰ নাহে। মই হাতে-ভৰিয়ে ধৰিলোঁ। ফুকনৰ ভৰি দুখনত খামোচ মাৰি ধৰি অনুনয়-বিনয় কৰিলোঁ : যেনেকৈ হওক তেখেতৰ ঋণ মই পৰিশোধ কৰিম। কিন্তু লাভ একো নহ'ল। ব্যৱসায়ত নামি দয়াৰ বিলাসিতা কৰা লোক ফুকন নহয়। নিৰুপায় হৈ কিবা অকণমান দৰৱকে দিয়াৰ কথা কলোঁ। কিন্তু আকৌ সেই একে উত্তৰ দি দুৱাৰখন সশব্দে বন্ধ কৰি ফুকন ভিতৰ সোমাল। বজ্ৰাহতৰ দৰে মই থিয় হৈ ৰলোঁ। তেনেদৰে কিমান সময় পাৰহৈ গৈছিল কব নোৱাৰোঁ। তাৰ পিচত মই আকৌ দৌৰিছিলোঁ ঘৰলৈ।

মই যেন দিক্-বিদিক্ শূন্য এটা বনৰীয়া ম'হ।

আকৌ সেই চিঞৰ। খণ্ডত, ক্ষোভত, হতাশাত নিজৰ মূৰটো ছিঙি আনি নিজে কামুৰি খাবৰ মন গৈছিল। মোৰ হাতত টকাহে নালাগে পইচা এটাও নাই, জানো। তথাপি মাৰ ওচৰলৈ আগবাঢ়ি

গলোঁ। মোক দেখি ভনীজনীয়ে আকুল হৈ সুধিছিলঃ ডাক্তৰ আহিছে ককাইদেউ।

মোৰ কি হৈছিল কব নোৱাৰোঁ। তাইৰ প্ৰশ্নত মোৰ যেন সৰ্ব্বশৰীৰত জুইহে জ্বলিছিল। দাঁত-মুখ কামুৰি মই তাইৰ ওচৰলৈ আগবাঢ়ি গৈ চিঞৰি উঠিছিলোঁঃ তোক মই নেলুত টিপি মাৰি পেলাম।

সেই মুহূৰ্ত্তত মোৰ ভাব হৈছিলঃ সেইজনী যেন মোৰ বৰ মৰমৰ ভনী আইমণি নহয়। ডাক্তৰ ফুকন।

মোৰ পিশাচ মূৰ্ত্তিটো দেখি আতঙ্কত তাই চিঞৰি উঠিছিল। মাই মোক সাৱট মাৰি ধৰিছিল। পিচ মুহূৰ্ত্ততে মোৰ চকুত পৰিল— আইমণি মাটিত ঢলি পৰিছে। কোনো মাত নাই। যন্ত্ৰণা-কাতৰ চিঞৰ নাই। শান্ত; নিশ্চুপ।

আইমণি টোপনি গ'ল। তাইৰ টোপনি আৰু নোভাগিল।

শান্তনু থমকি ৰ'ল। মাতটো থোকাথুকি হৈ পৰিছিল। সন্ধিয়াৰ ক্ষীণ পোহৰত দেখিছিলোঁ শান্তনুৰ দুচকুত দুটোপাল চকুলো।

নীৰৱতাৰ বাহিৰে আন কোনো শান্তনা নাছিল।

মই মৌন হৈ ৰলোঁ।

"জানে ডাক্তৰ, তাৰ পিচৰ পৰাই এটা বিদ্বেষে মোৰ মনৰ মাজত খোপনি পুতি বহিছিল। যি কোনো ডাক্তৰক দেখিলেই প্ৰতিহিংসাত মই দেইপুৰি মৰোঁ। নেলুত টিপি ধৰিবলৈ মন যায়। আপোনাৰ বোধহয় মনত আছে। এদিন সন্ধিয়া পুলিচ বজাৰত আপোনাক বৰ ৰূঢ় ব্যৱহাৰ কৰিছিলোঁ। তাৰ বাবে মই অনুতপ্ত ডাক্তৰ।"

"সেইবোৰ কথা পাহৰি যাওক চলিহা। তাৰ বাবে মই আপোনাক অকণো বেয়া পোৱা নাই। সেই কথা মই কেতিয়াবাই পাহৰি গলোঁ।"

"আইমণিৰ মৃত্যুৰ কেইমাহ মানৰ পিচতে ঘটিছিল আন এটা

ঘটনা। বহুদিন আগৰে পৰা ভাল পাই থকা ছোৱালীজনীয়ে বিয়াৰ প্ৰস্তাৱ লৈ মোৰ সম্মুখত থিয় দিছিল। আতঙ্কত মই শিঁহৰি উঠিছিলোঁ। সেইজনীতো মই ভালপোৱা গাভৰুজনী নহয়। আইমণি।"

শান্তনু হঠাতে কোৱাৰ পৰা আকৌ বৈ গ'ল। ভাবিলোঁ: বেচেৰাক হয়তো শোকে খুন্দা মাৰি ধৰিছে। অলপ সুস্থিৰ হৈ আকৌ কব।

কিন্তু নকলে।

শান্তনুৱে যেন কথা কবলৈ পাহৰি গৈছিল।

বহু সময়ৰ নীৰৱতাৰ পিচত সুধিলোঁ: তাৰ পিচত।

তেতিয়া পৃথিবীৰ বুকুত ভালকৈয়ে এন্ধাৰ নামিছিল।

"তাৰ পিচত দস্যুৰ ব্যৱহাৰেৰে সেই গাভৰুজনীক মই খেদি পঠিয়াইছিলোঁ। তাই আঁতৰি গ'ল। মোৰ জীৱনৰ পৰা চিৰদিনলৈ হেৰাই যোৱা এজনী শান্ত, সৰল, মৰমলগা গাভৰু। তাই কান্দিছিল। মই কিন্তু কান্দিব নোৱাৰিলোঁ। মোৰ যেন তেতিয়াহে উশাহ ঘূৰি আহিছিল।"

"গাভৰুজনীৰ বিয়া হৈ যোৱাৰ কিমান দিন হ'ল?" সুধিছিলোঁ।

শান্তনুৱে কোনো উত্তৰ নিদিলে। তেখেতে যে মোৰ প্ৰশ্নটো এৰাই যাব খুজিছিল বুজিছিলোঁ।

তাৰ কেইবছৰমান পিচত। শিলঙৰ বুকুত বন্দী বিহঙ্গ হৈ মই বৈ গলোঁ। চৰকাৰখননো কেনেকৈ চলে, মন্ত্ৰী, বৰ বৰ বিষয়া, কৰ্ম্মচাৰী-বোৰেনো শিলংখনত কি কৰে তাকে চাবলৈ অফিচে অফিচে ঘূৰিলোঁ। নেতা-উপনেতা, শাসন আৰু ৰাজনীতিৰ দালালবোৰৰ আলেখ-লেখ চালোঁ। কেইদিনমানতে মোৰ তিতা-কেঁহা লাগিল। পচা নৰ্দ্দমা উকটি দিলেই দুৰ্গন্ধ দূৰ নহয়। গতিকে সেইবোৰ উকটি লাভ নাই। কিন্তু তেতিয়াই মোৰ ধাৰণা সলনি হ'ল। সংগ্ৰাম পবিত্ৰ মিছা বিক্ষোভ মিছা, গণ-আন্দোলনৰ কোনো অৰ্থ নাই। মন্ত্ৰী হৈ

চৰকাৰী চাকৰিয়াল হৈ এটা পকাঘৰ সাজিব নোৱাৰিলে, অৰ্দ্ধাঙ্গিনীৰ নামত বেঙ্কবেলেঞ্চ বঢ়াব নোৱাৰাটোহে অন্যায়। আমি যাক অন্যায় অধৰ্ম্ম বুলি কওঁ তেনেবোৰ অন্যায় অধৰ্ম্ম নকৰাটোহে পাপ। সুবিধা গ্ৰহণ কৰি যিসকলে নিজক প্ৰতিষ্ঠা কৰিব নোৱাৰে সেইসকল বুৰ্ব্বক। কাৰণ আমাৰ চৰিত্ৰৰ ইমান অধঃপতন ঘটিছে যে কোনোবাই ত্যাগ কৰিবলৈ যোৱাটো এটা প্ৰহসন। বৰ্ত্তমান এইচাম নেতা, জনতা, ব্যৱসায়ী, ছাত্ৰ-শিক্ষক, বাতৰি কাগজৰ সম্পাদক, প্ৰতিনিধি— আটাইবোৰ দুৰ্নীতিৰ কেন্সাৰত এনেদৰে ভুগিছে যে সিহঁতক ৰক্ষা কৰাৰ আৰু কোনো উপায় নাই।

সাধাৰণ কথা এটালৈ মন কৰক : এটা ঘৰৰ দুটা অংশত দুটা পৰিয়াল। এটা পৰিয়ালৰ কোনোবা এজনৰ যোৱা-থোৱা অৱস্থা। কিন্তু আনটো অংশৰ পৰিয়ালটোৱে কি কৰিছে ? হাই ভলুউমত ৰেকৰ্ড-প্লেয়াৰ বজাইছে। ৰেডিঅ' পকাইছে। কিয় ? কিয় এনে হয় ? ৰেকৰ্ড-প্লেয়াৰটো এদিন নবজালেও বিশেষ একো ক্ষতি নহয়। তথাপি কিয় বজায় ? হুলস্থুল কৰে ? কাৰণ আনৰ কাৰণে ভাবিব পৰা, চিন্তা কৰিব পৰা মন এটা আমাৰ নাই।

ভাবে নেকি ডাক্তৰ, আজি জনতাৰ যি দাবী, জনতাই যি বিচাৰিছে সেই সকলোবোৰ পালেই, দিলেই জনতা সন্তুষ্ট হব ? নেভাৰ। কেতিয়াও নহয়। কাৰণ সাপে কুণ্ডলী পকাই জিৰণি লয়। ফেট তুলি উঠে। তেনেদৰে অন্যায়ৰ প্ৰতিকাৰ বিচৰা, সেইজাক জনতাই সকলো পোৱাৰ পিচত অন্যায়ৰ কুণ্ডলীত পাক খাই জিৰণি লব, ফেট তুলি উঠিব।

"তেন্তে আমি কি কৰিম ? আমাৰ কৰিবলগীয়া একো নাই ? অন্যায়, অত্যাচাৰৰ প্ৰতিবাদ কৰা অন্যায় ?" সুধিছিলোঁ।

"কৰিবলগীয়া আমাৰ নোহোৱা নহয়। আছে। অন্যায়ৰ প্ৰতিবাদ, প্ৰতিৰোধ আমি কৰিবই লাগিব। কিন্তু ভবিতব্যৰ বাবে সাজু হব নোৱাৰিলে আমাৰ এই অক্লান্ত সংগ্ৰামৰ শেষ নহয়।

আজিৰ ভ্ৰূণবোৰক, এতিয়াও মাত্ত মুকুটা কেঁচুৱাবোৰক গঢ়ি তুলিব লাগিব। আজি নাপালেও আমি বিচৰাখিনি যাতে দুটা বা তিনিটা দহকৰ পিচৰ বংশধৰসকলে পায় সেই মনোবৃত্তিৰে আমি যদি আগ নাবাঢ়ো তেন্তে আমাৰ এই অশান্তি, নোপোৱাৰ দাবী, হেকুওৱাৰ অসন্তুষ্টি চিৰদিন ৰৈ যাব। আমাৰ জন্ম অকল আমাৰ কাৰণেই নহয়। ভৱিষ্যতৰ কাৰণে। বৰ্ত্তমানৰ বুঢ়া, পৌঢ়, ডেকাজাকৰ ঠাই যিদিনা আজিৰ ভ্ৰূণবোৰে ডেকা হৈ অধিকাৰ কৰিব পাৰিব সিদিনাহে আমি আজি বিচৰাখিনি পাম। তেতিয়ালৈকে আমি হয়তো জীয়াই নেথাকিম। চাইক্লিক অৰ্ডাৰ ডাক্তৰ, চাইক্লিক ডাক্তৰ।"

"সেয়ে কেনেকৈ সম্ভৱ চলিহা? বিষ বৃক্ষত ফল আপুনি কেনেকৈ আশা কৰিব পাৰে? জলকীয়াৰ গছত জলকীয়াই লাগিব। আঙুৰ নালাগে।"

"নালাগে। কিন্তু ক্ষেত্ৰজ্ঞ একে নহয় জানো? সেই একে মাটিৰ পৰাই জলকীয়াই জলা আৰু আঙুৰে মিঠাৰস শুহি নিজক পুষ্ট কৰে। এয়া প্ৰকৃতিৰ কথা। কিন্তু মানুহৰ ক্ষেত্ৰত প্ৰযোজ্য নহয়। একেটা পৰিয়ালৰ চাৰিজন ভাই-ককাইৰ এজন অধ্যাপক, এজন সাহিত্যিক, এজন গুণ্ডা আৰু এজন পকেটমাৰ কেনেকৈ হয়? হয় আটাইকেজন অধ্যাপক নতুবা গুণ্ডা হোৱাটো উচিত নাছিল জানো? সেয়া যদি সম্ভৱ তেন্তে মোৰ কথাবোৰ কেনেকৈ অসম্ভৱ হব পাৰে ডাক্তৰ?

"সেইবোৰ বাদ দিয়ক চলিহা। আপোনাৰ কথা কওঁক।"

"মোৰ কথা কবলৈ গৈহে ইমানবোৰ কথা কবলগীয়া হ'ল। শুনক, মই আপোনাৰ দৰে তথাকথিত ভাল মানুহ নহয়। আপোনাৰ মতে মই বোকাত নামিছোঁ। গেৰেকনিত লেটি লৈছোঁ। কিন্তু কিয় লেটি ললোঁ। জানে? আপোনালোকে লেটি লবলৈ মোক বাধ্য কৰাইছে। মই দেৱতা নহয়। মানুহ। এদিন ছবি এখন চাম বুলি ছবিঘৰ এটালৈ গৈছিলোঁ। কাউণ্টাৰত অসম্ভৱ ভিৰ। ইমান মানুহ

অথচ এইবোৰ মানুহৰ হেনো খাবলৈ নাই। অভাব-অনাটনৰ চেপাত গুৰি হৈ যাব খোজা কামিহাড়। তেন্তে ছবিঘৰত মানুহৰ ইমান হেঁচা-ঠেলা কিয়? সেই প্ৰশ্নৰ উত্তৰ মই পাইছিলোঁ। অভাব-অনাটনত জুৰুলা হৈ, মনৰ অশান্তিত তিক্ত হৈ অকণমান শান্তি পোৱাৰ আশাত সিহঁত ছবিঘৰলৈ যায়। জানোচা অকণমান শান্তি পায়। কাৰণ নিজক পাহৰি থকাৰ কাৰণে, অকণমান শান্তি পাবলৈ আন পথ আৰু নাই। থাকিলেও সেইবোৰ ব্যয়-বহুল। মনৰ অশান্তি আঁতৰাবলৈ বহুতে মদ খায়। কিন্তু মদে অশান্তি নকমায়। বঢ়ায়। মদ খাই পুৰণি-স্মৃতি ৰোমন্থন কৰিব পাৰি। দুখ-বেজাৰ পাহৰি থাকিব নোৱাৰি। নহলে মদ খাই কিছুমান মদপীয়ে কেতিয়াও নাকান্দিলেহে তেন।

"চলিহা কোৱাৰ পৰা থমকি ৰৈ আৰু এটা চিগাৰেট জ্বলাই লৈছিল। মোৰ আমনি লাগিছল। বক্তৃতা বহুত শুনিছোঁ। আৰু কিমান শুনিম? তথাপি শান্তনুক বাধা নিদিলোঁ। জানোচা বাধা পাই চলিহা ক্ষুণ্ণ হৈ পৰে।

চলিহাই আকৌ আৰম্ভ কৰিছিল: কথাবোৰ ভাবি ভাবি মই কিজানি আনমনা হৈ পৰিছিলোঁ। মানুহৰ হেঁচা-ঠেলাত নিজক চম্ভালিব নোৱাৰি লেডিজ কাউণ্টাৰৰ ওচৰ পাইছিলোঁগৈ। মোৰ নিচেই ওচৰৰ ভদ্ৰমহিলা গৰাকী বোধহয় ঘামি পৰিছিল। ভেনিটি বেগৰ পৰা ৰুমাল এখন উলিয়াই লব খোজোঁতে বেগৰ পৰা সৰি পৰিছিল দহটকীয়া নোটৰ এটা সৰু বাণ্ডিল। বোধহয় তিনি চাৰিশমান টকা আছিল। মই দেখিও নেদেখা হৈ ৰলোঁ। মহিলা গৰাকীয়ে গম পোৱা বুলি ভাবিছিলোঁ। ভাবিছিলোঁ বুটলি লব। কিন্তু নললোঁ। কিছু সময়ৰ পিচত মই টকাৰ বাণ্ডিলটো বুটলি ললোঁ। ভাবিছিলোঁ মহিলা গৰাকীক ওভতাই দিম। নোটৰ জাপটো হাতত লৈ কিছু সময় থিয় হৈ ৰলোঁ। কোনোবাই মোলৈ লক্ষ্য কৰিছিল নেকি চালোঁ। বোধহয় মোক কোনেও দেখা নাছিল।

কি ভাবি জানো কব নোৱাৰো মহিলা গৰাকীয়ে আগবঢ়াই নিয়া হাতখন কোঁচখুৱাই আনি জেপত ভৰাই কিছু সময় একেদৰে থিয় হৈ ৰলোঁ। তাৰ পিচতো মোলৈ কেৱে লক্ষ্য কৰা নাছিল। ইতিমধ্যে মহিলা গৰাকীয়ে টিকেট লৈ হলৰ ভিতৰলৈ সোমাই গৈছে। মই কি কৰা উচিত ?

মনৰ মাজত আৰম্ভ হ'ল যুক্তি-তৰ্ক।

ঃ কিজানিবা তাইৰ হাতত আৰু পইচা নায়েই। সেয়েই তাইৰ সম্বল। হয়তোবা কাৰোবাৰ ঔষধ, ল'ৰাৰ পৰীক্ষাৰ ফিজ অথবা জীয়েকৰ হব খোজা বিয়াখনৰ অলঙ্কাৰ গঢ়িবলৈ কাৰোবাৰ পৰা ধাৰলৈ আনিছিল। ঘৰলৈ উভতি গৈ তাই যেতিয়া দেখিব বেগত টকাখিনি নাই তেতিয়া যদি তাই মূৰ্চ্ছিতা হৈ যায় ? গিৰিয়েকে তাইক অত্যাচাৰ কৰে ?

টিকেট এটা কোনোমতে সংগ্ৰহ কৰি ময়ো ভিতৰলৈ সোমাই গলোঁ।

এন্ধাৰ ঘৰটোত কাকো ক'তো নেদেখিলোঁ। উমানতে বুজিলোঁ ঠাহখোৱা এজুম মানুহ। হলটোৰ ভিতৰত এটা মৃদু কোলাহল।

বগা পৰ্দ্দাখনত চেলুলয়ডৰ ছবিবোৰে তেতিয়া হাঁহিছিল। কান্দিছিল।

এটা উৎকণ্ঠা। উদ্‌বিগ্নতা।

মোৰ অস্থিৰ চকু দুটাই প্ৰেক্ষাগৃহৰ চাৰিওফালে সেই ভদ্ৰমহিলা গৰাকীক বিচাৰি ফুৰিছিল।

হঠাৎ উজ্জ্বল পোহৰে ঘৰটো পোহৰাই তুলিছিল।

সৰহভাগ দৰ্শকেই বাহিৰলৈ ওলাই গ'ল। হলটোৰ ভিতৰত থাকিল নিচেই কম সংখ্যক দৰ্শক। ভদ্ৰমহিলা গৰাকীক বিচাৰি উলিয়াবলৈ মোৰ বিশেষ কষ্ট নহ'ল।

বহাৰ পৰা উঠি মহিলা গৰাকীৰ ওচৰ পাইছিলোঁগৈ।

তাৰ পিচত কি হল জানে ? মই পাইছিলোঁ অপমান।

কাৰোবাৰ চৰ। কাৰোবাৰ অশ্লীল মন্তব্য। সেই মন্তব্যবোৰে মোৰ বুকু ভেদ কৰি কলিজাত খুচিছিলগৈ। লাজত মোৰ মৰি যাওঁ মৰি যাওঁ যেন লাগিছিল।

ভাল মানুহ, সজ মানুহ হবলৈ যোৱাৰ এয়ে পুৰস্কাৰ নেকি ?

মনটোৱে জেদ ধৰিছিল। যেনেকৈয়ে হওঁক মই ইয়াৰ প্ৰতিশোধ লোৱা উচিত।

পিচত অৱশ্যে গম পাইছিলোঁ। সেই মহিলা গৰাকীৰ ব্যৱসায় বহুত। সমাজকৰ্মী মহিলা গৰাকীয়ে ভৈয়ামৰ পৰা শ্বিলঙলৈ অহা গাভৰু নাৰ্ছ, গ্ৰামসেৱিকাবোৰৰ হেনো তদাৰক কৰে। প্ৰমোচন, স্থানান্তৰ, সাময়িকভাৱে কামৰ পৰা বৰ্খাস্ত হৈ থকাৰ আদেশ নাকচ কৰাত সহায় কৰে। কেতিয়া কোন বিষয়াৰ ঘৰলৈ যাব লাগে সেই বিষয়ে পৰামৰ্শ দিয়ে। সেইবোৰ গাভৰুৰ শ্বিলঙত থকাৰ বিশেষ অসুবিধা নাই। মহিলা গৰাকীয়ে তাৰো ব্যৱস্থা কৰি দিয়েঁ।

চিঞৰ-বাখৰ এটা ভাঁহি আহি আমাৰ কাণত পৰিল। গোৰ্খালী কেইজনে গছডাল আঁতৰাবলৈ যত্ন কৰিছে। তাৰ পিচত আকৌ কুঠাৰৰ শব্দ। ড্ৰাইভাৰজনে আহি খবৰ দি গৈছিল বাট মুকলি হওঁতে আৰু এঘণ্টামান সময় লাগিব।

সিদিনা ৰাতিৰ ঘটনাটোৰ কথা কওঁক চলিহা।

সেই কথা কবলৈকে ইমানবোৰ কবলগীয়া হ'ল ডাক্তৰ। তেতিয়া মোৰ মনত অপৰাধৰ মনোভাৱে দৃঢ়ভাৱে শিপাই উঠিছিল। হঠাৎ এদিন সন্ধিয়া মোৰ চেতনা বিলুপ্ত হৈ গৈছিল। গালফ্ লিঙ্কৰ পৰা পুলিচ বজাৰলৈ আহিছিলোঁ। ৰাতি বেছি হোৱা নাছিল। চি. আৰ. পি. কেম্পৰ ওচৰত কাৰোবাৰ এটা চিঞৰ শুনি থমকি ৰৈছিলোঁ। নাৰীকণ্ঠৰ চিঞৰটো চি. আৰ. পি. কেম্পৰ পৰা ভাঁহি আহিছিল। ভৱিষ্যত ভাবি চোৱাৰ সময় নহ'ল। দৌৰি কেম্পৰ দুৱাৰমুখত থিয় দিলোঁগৈ। যি সন্দেহ কৰিছিলোঁ সেয়ে হৈছে। গাভৰুজনীয়ে নিজক ৰক্ষা কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছে। এটা ক্ষুধিত, উন্মত্ত

হিংস্র বাঘ। হিতাহিত জ্ঞান মোৰ হেৰোাই গ'ল। বাঘটোৰ ওচৰলৈ মই চোচাঁ লৈছিলোঁ। সামৰিক বিষয়াজনে মোলৈ কেবেপ নকৰি কৈছিল : আৰে ভায়া, আপ্না ৰাস্তা লিজিয়ে। মতলব হ্যাইতো মজা লুটিয়ে।

মোৰ মূৰ্খামিয়ে চৰম সীমা পাইছিল। গাভৰুজনীকতো ৰক্ষা কৰিব নোৱাৰিলোঁৱেই নিজেও অক্ষত দেহেৰে উভতি আহিব নোৱাৰিলোঁ। এই দালালবোৰ কোন জানে? অসমীয়া, বঙালী, পাঞ্জাবী আৰু জনজাতীয় চাৰিজন ডেকাৰ এটা দল। সিহঁতৰ সেয়ে ব্যৱসায়। মিলিটেৰী কেম্প, গেষ্ট হাউচ, হোটেল, চৰকাৰী বিষয়াৰ কোৱাৰ্টাৰ, মাৰোৱাৰীৰ গোলা সকলোৰে পৰা সিঁহতে এনেদৰেই টকা সংগ্ৰহ কৰে। জীয়াই থাকে। চিনেমা হলৰ কাউণ্টাৰত লগ পোৱা সেই সমাজকৰ্ম্মীজনীৰ লগত সিহঁতৰ কি সম্পৰ্ক নাজানো। কিন্তু প্ৰত্যেকে প্ৰত্যেকৰ লগত জড়িত।

টকাৰ মোৰ খুউব প্ৰয়োজন। কিন্তু বিচাৰিলেই টকা পোৱা নাযায়। সেই দলটোৱে বোধহয় মোৰ অৱস্থাৰ কথাটো গম পাইছিল। অক্টোপাচৰ দীঘল হাত এখনে মোক মেৰুৱাই ধৰিলে। মই বোকাত পোত খালোঁ। কাৰণ সুস্থ-সৱল ডেকা এজনে কোনো কাম নকৰাকৈ এনেয়ে জীয়াই থাকিব নোৱাৰে। যাৰ খাবলৈ নাই তাৰ কাৰণে বোকাত নমাৰ পথ আৰু বেছি সহজ। সেই পথ সিহঁতৰ কাৰণে আৰু বেছি আকৰ্ষণীয়।

ৰেচকৰ্চৰ পথাৰত এদিন এজনী গাভৰুৰ মৃতদেহ পুলিচে আৱিষ্কাৰ কৰিলে। তাকে লৈ এই অনুস্তুপীয়া দলটোৰ মাজত সৃষ্টি হল এটা উত্তপ্ত পৰিবেশ। মৃত গাভৰু গৰাকীৰ মাক-দেউতাকক ক্ষতিপূৰণ দিব লাগিব বুলি সিহঁতে আৰু টকা বিচাৰিছিল। কিন্তু সামৰিক বিষয়াজন মান্তি নহ'ল। তাকে লৈ আৰম্ভ হয় এখন খণ্ডযুদ্ধ। অৱশেষত সামৰিক বিষয়াজনৰ গুলীৰ আঘাতত দলৰ ডেকা এজনৰ কৰঙণ কোঙা হৈ গ'ল। তেতিয়াই আপোনাৰ ওচৰ

পাইছিলোঁগৈ। সেই আহত ডেকাজনৰ আত্মীয় ভনীয়েক একজনী চৰকাৰী হাস্পাতালৰ নাৰ্ছ। তায়েই এপাৰেক্টোচ্‌বোৰ যোগাৰ কৰি দিছিল। আমি জানি-শুনিয়ে সেইবোৰ লৈ গৈছিলোঁ। আপুনি আমাক সহায় কৰি দিছিল। ডেকাজন ভাল হৈ উঠিল। সেই নাৰ্ছজনী নথকা হলে হয়তো ডেকাজনক বচোৱা সম্ভৱ নহ'লহেঁতেন।……কি হ'ল? ইমান দেৰিলৈ সিহঁতৰ গছডালকে কটা হোৱা নাই নে?"

চলিহা উঠি যাব খুজিছিল। মই বহুৱাই ৰাখিলোঁ। বাট মুকলি হলে ড্ৰাইভাৰজনতো আহিবই।

দুয়ো দুটা চিগাৰেট জ্বলাই লৈছিলোঁ।

দূৰত কেকো সাপ এটাই চিঞৰিছিল।

কিবা চৰাই এটাই ডৌকা কোবাই আমাৰ মূৰৰ ওপৰেৰে ক'ৰবালৈ উৰি গ'ল।

"বাৰু চলিহা, সেই ছোৱালীজনীলৈ আপোনাৰ মনত নপৰে নে?"

"কোনজনী ছোৱালী? নবনীতা।"

"নহয়। আপুনি ভালপোৱা ছোৱালীজনীলৈ।"

"পৰে। পৰিলেওতো আৰু উপায় নাই। আয়নাৰ সন্মুখত থিয় হলেই মোৰ মনত পৰে। বুকুখন কিবা খালি খালি লাগে।"

"আয়নাৰ সন্মুখত থিয় হলেই মনত পৰে কিয়?"

"আপুনি হয়তো মন কৰা নাই। মোৰ বাওঁ চকুটোৰ ভ্ৰূৰ ওপৰত দাগ এটা আছে। সেই দাগটো দেখিলেই তাইলৈ মোৰ মনত পৰে।"

"কাৰণ কি বাৰু?"

"বহুত কাকুতি-মিনতিৰ পিচতো মই যেতিয়া মান্তি হোৱা নাছিলোঁ বেচেৰী তেতিয়া উত্তেজিত হৈ পৰিছিল। সম্ভাৱ্য বিয়া এখন ভাঙি যোৱাৰ দুখত আত্ম-সংযম হেৰুৱাই পেলাইছিল।

সন্মুখৰ টেবুলখনৰ ওপৰত থকা ভেনাচৰ মূৰ্ত্তিটো মোৰ গালৈ মাৰি পঠিয়াইছিল। মই বাধা দিয়াৰ সময় নাপালোঁ। সেই আঘাতত কপাল চিৰি বৈ আহিছিল এজোলোকা ৰঙা তেজ। তাৰ পিচত এদিন কপালৰ ঘা শুকাল। শৰীৰৰ ঘা শুকায়। কিন্তু মনৰ ঘা শুশুকায় ডাক্তৰ।"

সেমেকা কণ্ঠস্বৰত হেৰোৱাৰ বেদনা।

চলিহা নীৰৱ হৈ ৰ'ল। নীৰৱ হৈ ৰলোঁ মই।

মৌচুমীলৈ মনত পৰিল।

মৌচুমী আৰু শান্তনু।

দুটা বিভিন্ন পথৰ দুজন বিভিন্ন যাত্ৰী। কাৰো লগত কাৰো সম্পৰ্ক নাই। অথচ কিবা এটাত যেন মিল আছে।

মৌচুমীয়ে নিজৰ চকুত নিজে আঁচোৰে। সেই বুলিয়েই মৌচুমী আৰু শান্তনুৰ মাজত কিবা সম্পৰ্ক থকা সন্দেহ কৰা জানো উচিত।

এটা মিলত চিঞৰত মোৰ তন্দ্ৰা ভাঙি গ'ল।

চলিহা ইতিমধ্যে মোৰ ওচৰৰ পৰা আঁতৰি গৈছিল।

খৰিকটীয়া কেইজনে যে ইয়াৰ ভিতৰতে পেট্ৰ'মাক্স এটা কৰবাৰ পৰা যোগাৰ কৰি আনিছিল তেতিয়াহে মোৰ চকুত পৰিল। পোহৰত দেখিলোঁ। চলিহাই গছজোপা আঁতৰোৱাত খৰিকটীয়া কেইজনক সহায় কৰিছে। শৰীৰৰ সকলো শক্তি প্ৰয়োগ কৰি প্ৰকাণ্ড গছৰ টুকুৰা এটা বস্তাৰ কাষলৈ ঠেলি নিছে।

## ॥ দহ ॥

মোৰ সন্দেহ ঘনীভূত হৈছিল। কিন্তু প্ৰমাণ নাছিল। আছিল অনুমান। অনুমান সকলো সময়তে সঁচা নহয়। তথাপি মই সন্দেহ কৰিছিলোঁ।

মৌচুমী আৰু শান্তনু।

দুয়োজনৰ কথাবোৰ মিলাই চাবলৈ যত্ন কৰিছিলোঁ। মিলাই চাইছিলোঁ। সিহঁতৰ কিয় বিয়া নহ'ল সেই কথা কবলৈ গৈ দুয়োজনে কৈছিল সেই একেটা কথা। সেইখিনিতে মিল এটা আছিল। শান্তনুৱে মৌচুমীক ভাল পাইছিল বুলি ভবাৰ থল আছে। কিন্তু সেয়া হয়তো সঁচা নহবও পাৰে। সকলো ডেকাই সেই একেটা কাৰণতে সংসাৰত ভৰি দিব নোখোজে। গতিকে শান্তনুৱে মৌচুমীক ভাল পোৱা বুলি কৰা সন্দেহ সঁচা নহবও পাৰে। হয়তো তেনেই অমূলক। নহলে মৌচুমীৰ ওচৰত শান্তনুৰ নামটো উল্লেখ কৰোঁতে মৌচুমীৰ চকুত নিশ্চয় ভাবান্তৰ ঘটিলহেঁতেন।

চেৰাৰ পৰা অহাৰ পিচদিনা আবেলি।

মৌচুমীহঁতৰ ঘৰলৈ গৈছিলোঁ। কাকতি তেতিয়া অফিচত।

অকলশৰীয়া আবেলিটোত মোক পাই মৌচুমীয়ে ভালেই পাইছিল। আমি কথা পাতিছিলোঁ।

"মৌচুমী।"

"উঁ।"

"মই এটা কথা ভাবিছোঁ মৌচুমী।"

"কি কথা কোৱা।"

“ভাবিছোঁ তুমি ইমান চেন্টিমেণ্টেল।”

“মানে ?”

“সঁচা। তুমি বৰ চেন্টিমেণ্টেল মৌচুমী। নহলে শান্তনুৰ কথা তুমি কেতিয়াবাই পাহৰি গলাহেঁতেন।”

“এয়া তোমাৰ ভুল অনুমান ডাক্তৰ। আজি আৰু কাৰো কথা মোৰ তেনেকৈ মনত নাই।”

“মিছা কথা। তুমি পাহৰি থাকিব খুজিলেও তোমাৰ অৱচেতন মনৰ মাজত—মানে তুমি…”

“তোমাৰ উদ্দেশ্য কি ডাক্তৰ ? তুমি কি কব খুজিছা ?”

“কিন্তু সাধাৰণ ঘটনা এটাৰ কাৰণে তুমি ইমান দুৰ্ব্বল হোৱা অনুচিত।”

“তাৰ মানে তুমি কব খোজা মই কাকতিক ফাঁকি দিছোঁ ?”

“ঠিক সেই কথা মই কব খোজা নাই। শান্তনুৰ চকুটোৰ কথা কব খুজিছোঁ।”

“শান্তনুৰ চকু ? তাৰ মানে

“ভেনাচৰ মূৰ্ত্তিটোৱে শান্তনুৰ কপাল চিৰি বোৱাই আনিছিল তেজৰ প্লাৱন। তুমি ভয় খাইছিলা। সেই ভয় আজিও তোমাৰ অৱচেতন মনৰ মাজত নথকা হলে তুমি তোমাৰ চকুত খামুচি নধৰিলাহেঁতেন।”

“ডাক্তৰ !” মৌচুমীয়ে চিঞৰি উঠিছিল।

“সঁচা মৌচুমী, তোমাৰ তেতিয়া এনে ইচ্ছা হৈছিল ঃ নিজ চকুটো যেন তুমি নিজে আঁচুৰি আনিবা। বাকুহি উলিয়াই দিবা।”

“তুমি কেনেকৈ জানিলা ডাক্তৰ ?”

মই উৎসাহিত হৈ পৰিছিলোঁ। অনুমানটো তেনেদৰে ফলিয়াই যোৱাৰ আনন্দত অধৈৰ্য্য হৈ পৰিছিলোঁ। কিন্তু সংযত হৈ ৰলোঁ।

“মই জানো মৌচুমী। কিন্তু সেই কথাটো তুমি বৰ চিৰিয়াচলি লৈছা। অথচ তোমাৰ শান্তনুৱে এজন এজনকৈ কেবাজনকো হত্যা

কৰি আহি সংযত হৈ কথা কব পাৰে। কথা কয়। যেন একো হোৱাই নাই।"

"মিছা কথা। শান্তনুৰ ইমান অধঃপতন হব নোৱাৰে ডাক্তৰ। শান্তনুক মই চিনি পাওঁ। মোক বিয়া নকৰালেই শান্তনু বেয়া মানুহ নহয়। বেয়া মানুহ হৈ নাযায়।"

"প্ৰমাণ?"

"নলাগে। শান্তনুক মই জানো।"

"কিন্তু তুমি জনা শান্তনু আজি আৰু তাহানিৰ সেই শান্তনু হৈ থকা নাই। মই বাৰু শান্তনুক তোমাৰ ওচৰলৈ এদিন লৈ আহিম। শান্তনুৱে নিজেই তোমাক সকলো কথা কব।"

"ওহোঁ। নানিবা। মই মৰি যাম। আহ্, তুমি যোৱা ডাক্তৰ। মোক অলপ অকলে থাকিবলৈ দিয়া।"

মই আঁতৰি আহিছিলোঁ।

তাৰ পিচত শান্তনুক মই আৰু লগ পোৱা নাই।

এদিন দুদিনকৈ বাগৰি যোৱা দিনবোৰে মাহৰ বুকুত জিৰনি লৈছিল। মাহবোৰে পৃথিবীখনক আৰু বেছি পুৰণি কৰি তুলিছিল।

কাকতিয়ে মনৰ আনন্দত মোক সাৱটি ধৰিছিল।

মৌচুমীয়ে ইতিমধ্যে ঘূৰাই পাইছিল স্বাভাৱিক জীৱন।

ময়ো কম আনন্দিত হোৱা নাছিলোঁ।

কেইমাহমান পিচত মৌচুমী এদিন মোৰ ওচৰলৈ আহিছিল। মই আচৰিত হৈছিলোঁ। অবিবাহিত ডেকা এজনৰ কোৱাৰ্টাৰলৈ দিনৰ পোহৰত এনেদৰে অকলে অহাৰ সাহস মৌচুমীয়ে ক'ত পালে?

মৌচুমীক মই বহিবলৈ দিছিলোঁ।

কোনো ভূমিকা নোহোৱাকৈ মৌচুমীয়ে সুধিছিল: ইয়াৰ পৰা তোমাৰ কি লাভ হ'ল ডাক্তৰ?

মই আচৰিত হৈছিলোঁ।

কলোঁঃ মই একো বুজা নাই মৌচুমী।

"জানো। তুমি তেনেদৰেই কবা। কিন্তু মোৰ জীৱনটো ধ্বংস কৰি কি শান্তি পালা বাৰু?

...জানা ডাক্তৰ, কেৱে আৰু এতিয়া মোক নিচিনে। চিনি নাপায়। মই আজি মনচুন অথবা মৌচুমী নহয়। মই কঙ্কণ কাকতিৰ পত্নী। মই কিঙ্কিণী। মোৰ জীৱনৰ কলঙ্কই মোক স্পৰ্শ কৰিব নোৱাৰে। মানুহে শুনিলে কবঃ কঙ্কণ কাকতিৰ ঘৈণীয়েকজনী চৰিত্ৰহীনা। কিন্তু মৌচুমী বুলি কেৱে নকয়। তোমাৰ ককায়েৰাৰ সৰ্ব্বনাশ কৰিলা কিয়? মোৰ জীৱনটোতো কেতিয়াবাই ধ্বংস হৈ গৈছে। কেৱল এজনক সুখ-শান্তি দিয়াৰ কাৰণেই জীয়াই আছিলোঁ। জীয়াই থাকিব খুজিছিলোঁ। কিন্তু এতিয়া আৰু কি লাভ?"

"এইবোৰ তুমি কি কৈছা মৌচুমী? মই একো বুজা নাই। মোৰে শপত, মোক বুজাই কোৱা মৌচুমী।"

মৌচুমীয়ে হাঁহিছিল। এটা তাচ্ছিল্যৰ হাঁহি।

"শান্তনু আৰু মোৰ মাজত সম্পৰ্কটোৰ কথা কাকতিক নোকোৱা হলেও বোধহয় তোমাৰ বিশেষ একো লোকচান নহ'লহেঁতেন।"

"মৌচুমী।" মই চিঞৰি উঠিছিলো। আশ্চৰ্য্যত, বিস্ময়ত।

"মিঃ কাকতিয়ে মোৰ কুমাৰী জীৱনৰ সকলো কথাই জানে। নহলে শান্তনু কোন বুলি কাকতিয়ে মোক সুসুধিলেহেঁতেন। জানা ডাক্তৰ, তোমাৰ বাহিৰে কাকতিক এইবোৰ কথা আন কেৱে কোৱা নাই। নকয়।"

পৃথিবীখন যেন ঘূৰিছিল।

মৌচুমীক বুজাবৰ যত্ন কৰিছিলোঁ যে কাকতিক মই সেই বিষয়ে একো কোৱা নাই। মৌচুমীয়ে মোক মিছাতে সন্দেহ কৰিছে।

"কৈছা নে নাই সেই কথা তুমিয়েই মোতকৈ বেছি ভালদৰে জানা। কাকতিয়ে প্ৰায়ে মোক শান্তনুৰ পৰিচয় সোধে। অৱশেষত

এদিন অধৈৰ্য্য হৈ কৈছিলোঁ ঃ মোক সোধাতকৈ অঙ্কুৰক সোধক। অঙ্কুৰে কব। তেখেত তোমাৰ ওচৰলৈ আহিব। সুধিব। তুমি সকলো কথা কবা। মই তোমাক বাধা নিদিওঁ।"

আপ্ৰাণ চেষ্টা কৰিও মৌচুমীৰ মনত মই বিশ্বাস জন্মাব নোৱাৰিলোঁ।

এইবোৰ যেন একো কথাই নহয় এনে এটা সুৰত কৈছিল ঃ তেখেত ঘৰত নাই। মফঃচললৈ গৈছে। ঘূৰি আহি হয়তো তোমাক সুধিব। তুমি কোনো কথা লুকাব নালাগে। সকলো কথা কবা। কথাকেইষাৰ কৈ ধুমুহাৰ দৰে মৌচুমী আঁতৰি গ'ল।

মই চিঞৰি মাতিছিলোঁ ঃ মৌচুমী।

মৌচুমী তেতিয়া আঁতৰি গৈ ৰাজপথত ভৰি পেলাইছে। পিচ মুহূৰ্ত্ততে জনতাৰ মাজত তাই হেৰাই গ'ল।

চিন্তাই মোক জুমুৰি দি ধৰিছিল।

কাকতিক কোনে এই কথাবোৰ কব পাৰে ভাবি ভাবি একো উৱাদিহ নাপালোঁ। এবাৰ ভাবিলোঁ ঃ শান্তনুৱে কৈছে নেকি বাৰু? কিন্তু কাকতি আৰু মৌচুমী যে ইয়াত থাকে সেই কথা কিজানি শান্তনুৱে নাজানেই।

মৌচুমীৰ ওচৰলৈ যাম যাম বুলিও মোৰ যোৱাৰ সাহস নহ'ল।

মৌচুমী মোৰ ওচৰৰ পৰা আঁতৰি যোৱাৰ দুদিন পিচত!

কাকতি মোৰ ওচৰলৈ আহিছিল।

কিন্তু কাকতি নহা হলেই ভাল আছিল কিজানি। কাকতিয়ে মোক যিটো কথা কৈছিল, তাতকৈ মোৰ বুকুত দীঘল চুৰি এখন বহুৱাই দিয়া হলেই ভাল পালোঁহে তেন বেছি।

দুদিন আগতে মৌচুমী হেৰাই গৈছিল। ক'লৈ গ'ল—কি

হ'ল—কেনে একো নাজানে। কাকতি তেতিয়া ঘৰত নাছিল। মফঃচলত।

মৌচুমীৰ নিৰুদ্দেশৰ খবৰটো শুনাৰ ভালেখিনি পিচত নিজক যেতিয়া সংযত কৰি লৈছিলোঁ কাকতিয়ে তেতিয়া কৈছিল : কেইই সপ্তাহমান আগৰে পৰা মনচুনৰ পৰিবৰ্ত্তন এটা মোৰ চকুত পৰিছিল। মনচুন ভাল হৈ উঠিছিল সঁচা। কিন্তু তাৰ পিচৰ পৰাই মনচুনে সপোনতে সদায় চিঞৰিছিল এটা নাম। শান্তনু। এই শান্তনুজন কোন এদিন মুনক সুধিছিলোঁ। তেতিয়া তেওঁ তোমাৰ কথা কৈছিল। তোমাক সুধিবলৈ দিছিল। কিন্তু মই বিশেষ একো গুৰুত্ব দিয়া নাছিলোঁ।

তাৰ পিচত সিদিনা মফঃচললৈ গলোঁ। মুন তেতিয়া সম্পূৰ্ণ সুস্থ। গতিকে তোমাক খবৰ দিয়াৰ প্ৰয়োজন বোধ নকৰিলোঁ। সেইটোৱে মোৰ ভুল হ'ল অৰুৰ। নহলে মই হয়তো তেওঁক এনেদৰে হেৰুৱাব নালাগিলহেঁতেন।

ভাবিছিলোঁ : কাকতিয়ে মোক শান্তনুৰ কথা সুধিব নেকি? সুধিলে মই কি ক'ম বাৰু? একো নাজানো বুলি কলেই জানো মৌচুমী ফিৰি আহিব? কাকতিয়ে ফিৰাই পাব?

মনত পৰিল : জানা ডাক্তৰ, কেনে আৰু এতিয়া মোক নিচিনে। মই আজি মনচুন অথবা মৌচুমী নহয়। মই কিঙ্কিণী। মোৰ জীৱনৰ কলঙ্কই মোক আৰু স্পৰ্শ কৰিব নোৱাৰে।

তেন্তে এয়া কাৰ কলঙ্ক? কঙ্কণৰ নে কিঙ্কিণীৰ?

কথাবোৰ ভাবি থাকোঁতে কিমান সময় পাৰ হৈ গৈছিল কব নোৱাৰোঁ।

কঙ্কণ কাকতি আঁতৰি গৈছিল। শান্তনুৰ কথা মোক একো নুসুধিলে।

তাৰ পিচত কেতিয়া মোৰ টোপনি আহিছিল কব নোৱাৰোঁ।

ৰাতিপুৱা যেতিয়া সাৰ পাওঁ তেতিয়া কোমল মিঠা ৰ'দ এটাই পৃথিবীখনক আলফুলকৈ সাৱটি ধৰিছে।

চকুত পৰিল সন্ধ্যাতৰাৰ ফটোখন শোঁত-মোত খাই ভৰি মছা পা-পোছখনৰ ওচৰত পৰি আছে।

উঠি গৈ খিৰিকী এখন খুলি দিলোঁ।

ৰ'দ এজোলোকা সোমাই আহি কোঠাটোৰ চাৰিওফালে চিটিকি পৰিল।

* * *